# অসম সাহিত্য সভাৰ
# প্ৰকাশনৰ বৰ্ণনামূলক তালিকা

সংকলক-সম্পাদক
সতীশ চন্দ্ৰ চৌধুৰী
সহযোগী সম্পাদক-সংকলন
ৰীমা কলিতা




অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-৭৮৫০০১

**Asam Sahitya Sabhar Prakasanar Barnanamulak Talika** : A descriptive catalogue of books published by the Asam Sahitya Sabha prepared (Illustrated 4th vol.) by Satish Ch. Choudhury and published by Dr. Paramananda Rajbongshi, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhavan, Jorhat-785001
Price Rupees .......... only

অসম সাহিত্য সভাৰ প্ৰকাশনৰ বৰ্ণনামূলক তালিকা

গ্ৰন্থস্বত্ব ঃ অসম সাহিত্য সভা

সংকলক-সম্পাদক

সতীশ চন্দ্ৰ চৌধুৰী

সহযোগী সম্পাদক-সংকলন

ৰীমা কলিতা

প্ৰকাশক

ড° পৰমানন্দ ৰাজবংশী

প্ৰধান সম্পাদক

অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন

যোৰহাট-৭৮৫০০১

প্ৰথম প্ৰকাশ ঃ ১৯৭৭ খ্ৰীষ্টাব্দ

দ্বিতীয় প্ৰকাশ ঃ ১৯৯১ খ্ৰীষ্টাব্দ

তৃতীয় প্ৰকাশ ঃ ২০০৯ খ্ৰীষ্টাব্দ

চতুৰ্থ প্ৰকাশ ঃ ২০১২ খ্ৰীষ্টাব্দ

মূল্য ঃ ৮০.০০ টকা

মুদ্ৰণ

ৰুমী-জুমী এণ্টাৰপ্ৰাইজ

দূৰভাষ নং - ০৩৬১ ২৩৩৯৯২৩

# সংকলক-সম্পাদকৰ এষাৰ

অসম সাহিত্য সভা এক বৃহত্তৰ জাতীয় অনুষ্ঠান। প্ৰকাশন প্ৰতিষ্ঠানৰ দৃষ্টিৰে চালে ই এক বৃহৎ প্ৰকাশন প্ৰতিষ্ঠান। সভাৰ দুহেজাৰ এঘাৰ-বাৰ বৰ্ষৰ প্ৰকাশন সমিতিয়ে সভাৰ 'প্ৰকাশনৰ বৰ্ণনামূলক তালিকা' গ্ৰন্থখনৰ চতুৰ্থ সংস্কৰণ প্ৰকাশ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰি সংকলন আৰু সম্পাদনাৰ দায়িত্ব আমাক প্ৰদান কৰে। প্ৰকাশযোগ্য যে গ্ৰন্থখনৰ তৃতীয় সংস্কৰণটি সংকলন আৰু সম্পাদনাৰ দায়িত্বও আমাক দিয়া হৈছিল। এই গ্ৰন্থখনৰ প্ৰথম আৰু দ্বিতীয় সংস্কৰণ ক্ৰমে ১৯৭৭ আৰু ১৯৯১ খ্ৰীষ্টাব্দত প্ৰকাশ পাইছিল। উক্ত দুয়োটি সংস্কৰণ সম্পাদনা কৰিছিল অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, বৰেণ্য সাহিত্যিক তথা সাহিত্যাচাৰ্য শ্ৰদ্ধেয় যতীন্দ্ৰনাথ গোস্বামীদেৱে। তৃতীয় সংস্কৰণৰ দৰে এই সংস্কৰণটি সংকলন আৰু সম্পাদনা কৰাৰ ক্ষেত্ৰত শ্ৰদ্ধেয় গোস্বামী ছাৰে সম্পাদনা কৰা উপৰিউক্ত সংস্কৰণ দুটিক আধাৰ হিচাপে লোৱা হৈছে। এই ছেগতে সাহিত্যচাৰ্য শ্ৰদ্ধেয় গোস্বামী ছাৰলৈ সন্নিৰ্বন্ধ প্ৰণিপাত জনোৱা হ'ল। সভাৰ মাননীয় সভাপতি শ্ৰদ্ধেয় ৰংবং তেৰাং, প্ৰধান সম্পাদক প্ৰীতিভাজনেষু ড° পৰমানন্দ ৰাজবংশীৰ পৰা লাভ কৰা উৎসাহৰ বাবে দুয়োগৰাকীলৈ কৃতজ্ঞতা জনালোঁ। সভাৰ প্ৰকাশন সমিতি আৰু কাৰ্যনিৰ্বাহকৰ অন্যান্য বিষয়ববীয়া তথা সদস্য-সদস্যা সকলোকো ধন্যবাদ জ্ঞাপন কৰিলোঁ।

এই সংস্কৰণত পূৰ্বৰ তিনিওটি সংস্কৰণত বাদ পৰা ভালেসংখ্যক গ্ৰন্থৰ লগতে বৰ্তমান বৰ্ষলৈকে প্ৰকাশিত গ্ৰন্থসমূহৰ বৰ্ণনা সম্বলিত তালিকা সংযোগ কৰা হৈছে। অনেক সতৰ্কতা অৱলম্বন কৰা স্বত্ত্বেও সভাৰ দ্বাৰা প্ৰকাশিত কোনো গ্ৰন্থ বা গ্ৰন্থৰ বৰ্ণনা এই সংস্কৰণতো বাদ পৰা অস্বাভাৱিক নহয়। এনে সম্ভাব্য ক্ৰটীৰ বাবে আগতীয়াকৈ মাৰ্জনা বিচাৰি গ্ৰন্থখনৰ পৰৱৰ্তী সংস্কৰণত প্ৰকাশ পাব বুলি আশা কৰা হ'ল। একেদৰে পুথিৰ কলেৱৰৰ প্ৰতি দৃষ্টি ৰাখি আৰু ই এক দীঘলীয়া কাৰ্য বাবে 'অসম সাহিত্য সভা পত্ৰিকা'ৰ সম্পূৰ্ণ সূচী-পত্ৰ আদি এই সংস্কৰণতো সন্নিবিষ্ট কৰিব পৰা নগ'ল। গ্ৰন্থখনি সংকলন আৰু সম্পাদনা কৰাৰ ক্ষেত্ৰত সভাৰ কেন্দ্ৰীয় কাৰ্যালয়ৰ উচ্চবৰ্গৰ সহায়ক ৰাজেন্দ্ৰনাথ দত্ত, গ্ৰন্থগাৰিক বীৰেন্দ্ৰনাথ গোস্বামী, গুৱাহাটী কাৰ্যালয়ৰ উচ্চবৰ্গৰ সহায়ক ৰমেশ চন্দ্ৰ মহন্ত, সভাৰ অক্ষৰ

বিন্যাসত সহায় কৰা কবিতা বৰা নেওগ আৰু গ্ৰন্থাগাৰিক অপৰাজিতা চক্ৰৱৰ্তী মিশ্ৰ আদিলৈ শলাগ ৰ'ল। গ্ৰন্থখন সংকলন আৰু সম্পাদনাৰ ক্ষেত্ৰত সৰ্বান্তকৰণে সহযোগ আগবঢ়োৱা বাবে ৰীমা কলিতা (সহযোগী সংকলয়িতা-সম্পাদিকা) বিশেষভাৱে ধন্যবাদৰ পাত্ৰী। পূৰ্বৰ সংস্কৰণ তিনিটিৰ দৰে এই সংবৰ্ধিত সংস্কৰণটিয়েও গ্ৰন্থপ্ৰেমী সমাজৰ বিশেষ সমাদৰ লাভ কৰিব বুলি আন্তৰিকতাৰে বাঞ্চা কৰা হ'ল।

**চিৰ চেনেহী মোৰ ভাষা জননী!**

সতীশ চন্দ্ৰ চৌধুৰী

৩১ ডিচেম্বৰ, ২০১১ খ্ৰীষ্টাব্দ
গুৱাহাটী

# প্ৰধান সম্পাদকৰ এষাৰ

**(চতুৰ্থ প্ৰকাশ সন্দৰ্ভত)**

অসম সাহিত্য সভাৰ প্ৰকাশিত বিপুল গ্ৰন্থৰাজিৰ বৰ্ণনামূলক তালিকা এখন কৰাৰ বাবে ১৯৭৭ খ্ৰীষ্টাব্দত সভাৰ একনিষ্ঠ সেৱক তথা সভাৰ প্ৰাক্তন সভাপতি শ্ৰদ্ধেয় যতীন্দ্ৰনাথ গোস্বামীদেৱক সভাই দায়িত্ব অৰ্পণ কৰিছিল। ১৯৯১ চনত ইয়াৰ দ্বিতীয় সংস্কৰণ প্ৰকাশ হোৱাৰ পাছত ২০০৯ চনত সভাৰ প্ৰাক্তন উপ-সভাপতি তথা প্ৰাক্তন প্ৰধান সম্পাদক সতীশ চন্দ্ৰ চৌধুৰীদেৱক পৰিবৰ্ধিত ৰূপত সংকলক আৰু সম্পাদক হিচাপে সভাই দায়িত্ব অৰ্পণ কৰে। ইতিমধ্যে সভাৰ তৰফৰ পৰা ২০০৯ চনৰ পৰা বহুকেইখন মূল্যৱান গ্ৰন্থ প্ৰকাশ হোৱাৰ বাবে সভাই পুনৰ মাননীয় সতীশচন্দ্ৰ চৌধুৰী ডাঙৰীয়াক পুনৰ সংকলক আৰু সম্পাদক হিচাপে দায়িত্ব ন্যস্ত কৰে। শ্ৰী চৌধুৰীদেৱক সম্পূৰ্ণ সহায়-সহযোগ কৰিবৰ বাবে ৰীমা কলিতাক দায়িত্ব অৰ্পণ কৰা হয়।

তেখেতসকলৰ প্ৰচেষ্টাত কিছু দেৰিকৈ হ'লেও অসম সাহিত্য সভাৰ প্ৰকাশনৰ বৰ্ণনামূলক তালিকাখন ৰাইজৰ হাতত তুলি দিবলৈ পাই আমি ধন্য মানিছোঁ।

এই সংস্কৰণৰ ভুল-ভ্ৰান্তিসমূহ পৰৱৰ্তী সংস্কৰণত শুধৰোৱা হ'ব বুলিও আমি প্ৰতিশ্ৰুতিবদ্ধ। সভাৰ তৰফৰ পৰা শ্ৰীচৌধুৰীদেৱক আৰু সংশ্লিষ্ট পক্ষক শলাগ জ্ঞাপন কৰিলোঁ।

**চিৰ চেনেহী মোৰ ভাষা জননী!**

২৫ জানুৱাৰী, ২০১২ খ্ৰীষ্টাব্দ
গুৱাহাটী

পৰমানন্দ ৰাজবংশী
প্ৰধান সম্পাদক

# সূচী


| | | |
|---|---|---|
| ১। | সাহিত্য সভা আৰু অধিৱেশন বিষয়ক | ১ |
| ২। | সাহিত্য-তত্ত্ব, সাহিত্য বিভাগ, সংস্কৃতি আদি বিষয়ক | ২০ |
| ৩। | সমগ্ৰ ৰচনা প্ৰকাশন | ৫৪ |
| ৪। | জীৱনী আৰু স্মৃতিগ্ৰন্থ | ৬৪ |
| ৫। | পৰিচয় গ্ৰন্থমালা | ৯০ |
| ৬। | জনজাতীয় জীৱন আৰু ভাষা-সংস্কৃতি বিষয়ক প্ৰকাশন | ৯৭ |
| ৭। | বিভিন্ন সাধু সংকলন | ১১১ |
| ৮। | শিশু উপযোগী গ্ৰন্থ | ১১৮ |
| ৯। | অনুবাদ গ্ৰন্থ | ১২৯ |
| ১০। | বিবিধ প্ৰকাশন | ১৩৬ |
| ১১। | ইংৰাজী প্ৰকাশন | ১৫৩ |
| ১২। | হিন্দী প্ৰকাশন | ১৬৩ |
| ১৩। | বিশ্বকোষ | ১৬৪ |
| ১৪। | পৰিশিষ্ট | ১৬৭ |




# সাহিত্য সভা আৰু অধিৱেশন বিষয়ক

**অভিলেখ**

আব্দুছ ছাত্তাৰ আৰু বসন্তকুমাৰ গোস্বামী সম্পাদিত

অসম সাহিত্য সভাৰ হীৰক জয়ন্তী (১৯৭৭) উপলক্ষে প্ৰকাশিত গ্ৰন্থ। ইয়াত সভাৰ জন্মকথা, বিকাশ, সভালৈ দান-বৰঙণি, চন্দ্ৰকান্ত সন্দিকৈ ভৱন আৰু ভগৱতী প্ৰসাদ বৰুৱা ভৱন নিৰ্মাণৰ কথা, সভাৰ কাৰ্য-বিৱৰণীৰ বিশেষ উল্লিখন, সভাৰ প্ৰস্তাৱসমূহৰ ৰূপায়ণ, সংহতিৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ ভূমিকা, লেখক-শিৱিৰ আদিৰ কথা আছে।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-৯৮

**অসম সাহিত্য সভা (২০০৭-২০০৯ বৰ্ষ) এক চমু খতিয়ান**

সম্পাদনা ঃ মৃণালকান্তি চক্ৰবৰ্তী

অসম সাহিত্য সভাৰ ২০০৭-২০০৯ বৰ্ষৰ বিভিন্ন কাৰ্যসূচীৰ চমু বৰ্ণনা।

প্ৰকাশ ঃ ...... চন মূল্য ঃ -...... টকা পৃষ্ঠা ঃ-........

**অসম সাহিত্য সভাৰ সভাপতিসকলৰ অভিভাষণত অসমৰ চাহ জনগোষ্ঠী**

সংকলক-সম্পাদক ঃ মাণিক শইকীয়া

অসম সাহিত্য সভাৰ বিভিন্ন কাৰ্যকালৰ মাননীয় সভাপতিসকলে তেখেতসকলৰ সভাপতিৰ ভাষণসমূহত চাহ জনগোষ্ঠীৰ সম্পৰ্কত নানা ধৰণেৰে পৰিচয় বিবৰণ দি আহিছে। এই গ্ৰন্থত মাননীয় সভাপতিসকলৰ ভাষণৰ পৰা চাহ জনগোষ্ঠীয় সমাজ সংস্কৃতি, কলা-কৃষ্টি তথা জনজীৱনৰ ওপৰত ব্যক্ত কৰা কথা আৰু অভিমতসমূহ বাচি উলিয়াই সন্নিবিষ্ট কৰা হৈছে।

প্ৰকাশ ঃ ...........চন মূল্য ঃ -...... টকা পৃষ্ঠা- ........

কল্লোলিতা বুঢ়িগাং
সম্পাদনা ঃ সতীশ চন্দ্ৰ চৌধুৰী

অসম সাহিত্য সভাৰ ৫৬ তম্ বিশ্বনাথ চাৰিআলি অধিৱেশনৰ পৰম্পৰাগতভাৱে চলি অহা কাৰ্যসূচী কবি সন্মিলনত পাঠ কৰা কবিতাসমূহৰ সংকলন। লগতে উক্ত সন্মিলনখনিৰ উদ্বোধক তথা সভাপতিৰ ভাষণ দুখনো এই সংকলনখনিত সন্নিৱিষ্ট কৰা হৈছে।

প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ঃ ১-৮০

**অসম সাহিত্য সভাৰ সভাপতি কনকসেন ডেকাৰ ভাষণাৱলী**
ড° প্ৰদীশ ভূঞা সম্পাদিত

অসম সাহিত্য সভাৰ ২০০৫-০৭ বৰ্ষ ২০০৭-০৯ বৰ্ষৰ মাননীয় সভাপতি কনকসেন ডেকাদেৱৰ কাৰ্যকালৰ অধিৱেশন কেইখনৰ সভাপতিৰ ভাষণ, পতাকা উত্তোলনৰ ভাষণ আৰু সপ্ততিতম ধেমাজি অধিবেশনৰ বিদায়ী সভাপতিৰ ভাষণকেইটাৰে এই পুথি যুগুত কৰা হৈছে।

প্ৰকাশ ঃ ২০০৯ চন মূল্য ঃ -৬০.০০ টকা পৃষ্ঠা- ১-১১৭

**অসম সাহিত্য-সভা পৰিচিতি**
হৰিপ্ৰসাদ নেওগ

এই পুথিত অসম সাহিত্য সভাৰ জন্ম বৃত্তান্ত আৰু বিকাশ, সভাৰ উদ্দেশ্য আৰু লক্ষ্য, সভাৰ শাখা আৰু আজীৱন সভ্যসকল, প্ৰকাশনসমূহ, সভৰ কাৰ্যক্ৰম আদি কথা আছে।

প্ৰকাশ ঃ ১৯৬৬ চন মূল্য ঃ ১.০০ টকা পৃষ্ঠা ১-২৪

**অসম সাহিত্য-সভাৰ পঞ্চাশ বছৰ**
হৰিপ্ৰসাদ নেওগ

অসম সাহিত্য সভাৰ সোণালী জয়ন্তী উপলক্ষে প্ৰকাশিত গ্ৰন্থ। ইয়াত পূৰ্বাভাস, অসম সাহিত্য সভাৰ উৎপত্তি আৰু বিকাশ, এটি চমু সমীক্ষা - এই তিনিটা অধ্যায়ত সভাৰ বিকাশ আৰু বিস্তাৰ সম্পৰ্কে আলোচনা কৰা হৈছে। ওপৰঞ্চিত সভাৰ সভাপতিসকলৰ আলোকচিত্ৰ আৰু অন্যান্য সংবাদ সন্নিবিষ্ট কৰা হৈছে।



প্ৰকাশ ঃ ১৯৬৮ চন মূল্য ঃ ১.০০ টকা পৃষ্ঠা ১-৫১

**অসম সাহিত্য-সভা পত্ৰিকা**
১৮৪৮ শক, আঘোন, ১ ম বছৰ, ১ম সংখ্যা

এইখন অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত তিনিমহীয়া আলোচনী। ইয়াৰ প্ৰথম জনা সম্পাদক চন্দ্ৰধৰ বৰুৱা সাহিত্য ৰত্ন। ত্ৰিংশ বছৰত (১৮৯৫শক) পত্ৰিকাখন মাহেকীয়া কৰা হয়। সম্পাদক - ড° হেমন্ত কুমাৰ শৰ্মা। কিন্তু ৯ টা সংখ্যা ওলোৱাৰ পাছত মাহেকীয়া কাকতখন পুনৰ তিনিমহীয়া কৰা হয়। এই আলোচনীখন বৰ্তমান ষষ্ঠষষ্ঠিতম বছৰত ভৰি দিছে।

**অসম সাহিত্য-সভাৰ প্ৰকাশনৰ বৰ্ণনামূলক তালিকা**
যতীন্দ্ৰনাথ গোস্বামী ঃ সংকলন (প্ৰথম আৰু দ্বিতীয় প্ৰকাশ)
সতীশচন্দ্ৰ চৌধুৰী ঃ সংকলন-সম্পাদক (তৃতীয় প্ৰকাশ)

এই পুথিত অসম সাহিত্য সভাই আৰম্ভণিৰে পৰা ১৯৭৬ চনলৈকে প্ৰকাশ কৰা পুথিসমূহৰ চমু পৰিচয় দিয়া হৈছে। পুথিৰ তালিকা বৰ্ণানুক্ৰমিকভাৱে সজোৱা হৈছে। সভাৰ হীৰক জয়ন্তী উপলক্ষে প্ৰকাশিত।

| | | |
|---|---|---|
| প্ৰথম প্ৰকাশ ঃ ১৯৭৭ চন | মূল্য ঃ ১.৫০ টকা | পৃষ্ঠা ১-৫৬ |
| দ্বিতীয় প্ৰকাশ ঃ ১৯৯১ চন | মূল্য ঃ ২৫.০০ টকা | পৃষ্ঠা ১-১৩৫ |
| তৃতীয় প্ৰকাশ ঃ ২০০৯ চন | মূল্য ঃ ৫০.০০ টকা | পৃষ্ঠা ১-১৭৪ |

**অসম সাহিত্য-সভাৰ ৰূপৰেখা**
অধ্যাপক অতুল চন্দ্ৰ হাজৰিকা

এইখন অসম সাহিত্য সভাৰ তিনিকুৰি বছৰৰ (১৯১৭-৭৭) ইতিবৃত্ত। পুথিৰ ৰচনাৰ ক্ৰম হৈছে প্ৰথম খণ্ড প্ৰতিষ্ঠা যুগ (প্ৰথম অধিৱেশনৰ পৰা একবিংশ অধিৱেশনলৈ), দ্বিতীয় সঞ্জীৱনী যুগ (দ্বাবিংশ অধিৱেশনৰ পৰা সপ্তবিংশ অধিৱেশনলৈ), আৰু তৃতীয় খণ্ড বিস্তাৰ যুগ (অষ্টবিংশ অধিৱেশনৰ পৰা চতুঃচত্বৱিংশ অধিৱেশনলৈ)। চতুৰ্থ খণ্ডত সাহিত্য সভাৰ সম্পত্তি, প্ৰকাশন,

পুৰস্কৃত গ্ৰন্থ, ভাষা-জ্ঞান পৰীক্ষা, সম্প্ৰীতি সন্দেশ আদি সভাৰ যাৱতীয় কথা অন্তৰ্ভুক্ত কৰা হৈছে।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ১৬.০০ টকা পৃষ্ঠা ১-৪৩২

**অসম সাহিত্য সভা পত্ৰিকাৰ প্ৰবন্ধ-পঞ্জী**

যতীন্দ্ৰনাথ গোস্বামী

এই পুথিত অসম সাহিত্য সভা পত্ৰিকাৰ প্ৰথম বছৰৰ পৰা (১৯২৬) পঞ্চত্ৰিংশ বছৰৰ (১৯৭৮) ভিতৰত উক্ত আলোচনীত প্ৰকাশিত প্ৰৱন্ধ, কবিতা, গল্প, পুথি-সমালোচনা আদি সংশ্লিষ্ট লেখকসকলৰ নামৰ বিপৰীতে অন্তৰ্ভুক্ত কৰা হৈছে। সভাৰ হীৰক জয়ন্তী উপলক্ষে প্ৰকাশিত।

প্ৰকাশ ঃ ১৯৭৮ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-৫১

**অসম সাহিত্য সভাৰ শাখা সভাৰ পৰিচয়**

আব্দুছ ছাত্তাৰ সংকলিত

এই পুথিত অসম সাহিত্য সভাৰ শাখা সভা, স্বীকৃত সভা আৰু আজীৱন সভ্যসকলৰ নাম আদিৰে সাহিত্য সভাৰ বিৱৰণ দিয়া হৈছে। সভাৰ হীৰক জয়ন্তী বৰ্ষত প্ৰকাশিত।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ২.৫০ টকা পৃষ্ঠা ১-১১১

**অসম সাহিত্য সভাৰ ভাষণাৱলী (প্ৰথম ভাগ)**

অধ্যাপক অতুল চন্দ্ৰ হাজৰিকা সম্পাদিত

অসম সাহিত্য সভাৰ প্ৰথম অধিৱেশনৰ পৰা দ্বাদশ অধিৱেশনলৈকে মূল সভাৰ বাৰজন সভাপতি ক্ৰমে - পদ্মনাথ গোহাঞি বৰুৱা, চন্দ্ৰধৰ বৰুৱা, কালিৰাম মেধি, পণ্ডিত হেমচন্দ্ৰ গোস্বামী, অমৃতভূষণ দেৱ অধিকাৰী, কনকলাল বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, ৰজনীকান্ত বৰদলৈ, বেণুধৰ ৰাজখোৱা, দেশভক্ত তৰুণৰাম ফুকন, কমলাকান্ত ভট্টাচাৰ্য আৰু মফিজুদ্দিন আহমেদ হাজৰিকাৰ অভিভাষণসমূহৰ সংকলন, সভাপতিসকলৰ চিনাকি ইত্যাদি।

প্ৰকাশ ঃ ১৯৫৫ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-২৫৬



**অসম সাহিত্য সভাৰ ভাষণাৱলী (দ্বিতীয় ভাগ)**

অধ্যাপক অতুল চন্দ্ৰ হাজৰিকা সম্পাদিত

অসম সাহিত্য সভাৰ ত্ৰয়োদশ অধিৱেশনৰ পৰা পঞ্চবিংশ অধিৱেশনলৈকে মূল সভাৰ তেৰজন সভাপতি ক্ৰমে - জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰী, জ্ঞানদাভিৰাম বৰুৱা, আনন্দ চন্দ্ৰ আগৰৱালা, ৰঘুনাথ চৌধুৰী, কৃষ্ণকান্ত সন্দিকৈ, ড° ময়িদুল ইছলাম বৰা, বাগ্মীবৰ নীলমণি ফুকন (১+১), অম্বিকাগিৰী ৰায়চৌধুৰী, ড° সূৰ্য কুমাৰ ভূএগ, নলিনীবালা দেৱী, যতীন্দ্ৰনাথ দুৱৰা আৰু বেণুধৰ শৰ্মাৰ অভিভাষণসমূহৰ সংকলন, সভাপতিসকলৰ চিনাকি ইত্যাদি।

প্ৰকাশ ঃ ১৯৫৭ চন মূল্য ঃ ৮.০০ টকা পৃষ্ঠা ১-২৭৬

**অসম সাহিত্য সভাৰ ভাষণাৱলী (তৃতীয় ভাগ)**

অধ্যাপক অতুল চন্দ্ৰ হাজৰিকা আৰু যতীন্দ্ৰনাথ গোস্বামী সম্পাদিত

অসম সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ পোন্ধৰজন সভাপতি ক্ৰমে হিতেশ্বৰ বৰবৰুৱা, ড° সূৰ্য কুমাৰ ভূএগ, প্ৰমথনাথ চক্ৰৱৰ্তী, ৰজনী কুমাৰ পদ্মপতি, সোণাৰাম চৌধুৰী, কনকলাল বৰুৱা, সৰ্বানন্দ ৰাজকুমাৰ, বেণুধৰ শৰ্মা, সুৰেশ চন্দ্ৰ ৰাজখোৱা, ড° বিৰিঞ্চি কুমাৰ বৰুৱা, ৰাজমোহন নাথ, ড° পদ্মেশ্বৰ গগৈ আৰু প্ৰেমধৰ চৌধুৰীৰ অভিভাষণসমূহৰ সংকলন, জীৱন টোকা ইত্যাদি।

প্ৰকাশ ঃ ১৯৬১ চন মূল্য ঃ ৭.০০ টকা পৃষ্ঠা ১-২৩৮

**অসম সাহিত্য সভাৰ ভাষণাৱলী (চতুৰ্থ ভাগ)**

যতীন্দ্ৰনাথ গোস্বামী সম্পাদিত

অসম সাহিত্য সভাৰ ষড়বিংশ অধিৱেশনৰ পৰা ঊনচত্বাৰিংশ অধিৱেশনলৈকে মূল সভাৰ তেৰজন সভাপতি ক্ৰমে পদ্মধৰ চলিহা, অতুল চন্দ্ৰ হাজৰিকা, ত্ৰৈলোক্যনাথ গোস্বামী, ৰত্নকান্ত বৰকাকতী, মিত্ৰদেৱ মহন্ত, ডিম্বেশ্বৰ নেওগ, বিনন্দ চন্দ্ৰ বৰুৱা, নকুল চন্দ্ৰ ভূএগ, জ্ঞাননাথ বৰা, আনন্দ চন্দ্ৰ বৰুৱা, উপেন্দ্ৰ চন্দ্ৰ লেখাৰু, তীৰ্থনাথ শৰ্মা আৰু হেম বৰুৱাৰ অভিভাষণসমূহৰ সংকলন, জীৱন-টোকা ইত্যাদি।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-৪৯২

**অসম সাহিত্য সভাৰ ভাষণাৱলী (পঞ্চম ভাগ)**
অসম সাহিত্য সভাৰ সভাপতি সকলৰ ভাষণৰ সংকলন
সতীশ চন্দ্ৰ চৌধুৰী, ড° প্ৰদীপ ভূএঞা

ভাষণাৱলীৰ এই খণ্ডত ১৯৭৩ খ্ৰীঃ পৰা ২০০৫ চনলৈ ২৯ গৰাকী সভাপতিৰ ভাষণাৱলী সন্নিবিষ্ট হৈছে। এই সংকলনত সভাপতিসকলৰ চমু জীৱন পৰিচিতি সংযোগ কৰা হৈছে। অসমৰ জাতীয় জীৱনৰ পুৰোধা ব্যক্তিসকলৰ অন্যতম সভাৰ সভাপতি সকলে অধিৱেশনসমূহৰ মুকলি অধিৱেশনত পাঠ কৰা আৰু সভাৰ দ্বাৰা প্ৰকাশিত ভাষণসমূহে অসমৰ জাতীয় জীৱন তথা জাতীয় সংহতিৰ লগতে অসমৰ ৰাইজৰ প্ৰকৃত সমন্বয় সংহতি আৰু ভাতৃত্ববোধৰ বাণীৰে অসমৰ ভাষা, সাহিত্য, কলা-সংস্কৃতিৰ ঐতিহ্যৰ বৰ্ণনা দিছে।

সভাৰ হৈ কিৰণ প্ৰকাশন, ধেমাজি
প্ৰকাশন- ২০০৮ মূল্য ঃ ৪০০.০০ টকা, পৃষ্ঠাঃ ৭-৫৯৯

**অসম সাহিত্য সভাৰ সুবচনী**
আব্দুছ ছাত্তাৰ সম্পাদিত

এই পুথি সভাৰ হীৰক জয়ন্তী উপলক্ষে প্ৰকাশিত। অসম সাহিত্য সভাৰ (১৯১৭ চনৰ পৰা ১৯৭৭চনলৈকে) ৪২ জন সভাপতিৰ অভিভাষণৰ পৰা বাছকবনীয়া উদ্ধৃতিৰে এই পুথি যুগুত কৰা হৈছে।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ৬.০০ টকা পৃষ্ঠা ১-১৭৬

**অসম সাহিত্য সভা বাৰ্ষিকী (প্ৰথম ভাগ)**
অধ্যাপক অতুল চন্দ্ৰ হাজৰিকা সম্পাদিত

অসম সাহিত্য সভাৰ ত্ৰয়োবিংশতম (যোৰহাট ১৯৫৪-৫৫) অধিৱেশনৰ সভাপতিসকলৰ অভিভাষণসমূহ আৰু অন্যান্য বিৱৰণ সম্বলিত পুথি। ইয়াত ৰাধানাথ ফুকনৰ আদৰণী ভাষণ, মূল সভাৰ সভানেত্ৰী নলিনীবালা দেৱী, বুৰঞ্জী শাখাৰ সভাপতি সুৰেশ চন্দ্ৰ ৰাজখোৱা আৰু বিজ্ঞান শাখাৰ সভাপতি ড° হিৰণ্য চন্দ্ৰ ভূএঞাৰ ভাষণ, প্ৰধান সম্পাদক অতুল চন্দ্ৰ হাজৰিকাৰ প্ৰতিবেদন ইত্যাদি।

প্ৰকাশ ঃ ১৯৫৫ চন মূল্য ঃ ২.০০ টকা পৃষ্ঠা ১-১৪০



**অসম সাহিত্য সভা বাৰ্ষিকী (দ্বিতীয় ভাগ)**
অধ্যাপক অতুল চন্দ্ৰ হাজৰিকা সম্পাদিত

অসম সাহিত্য সভাৰ চতুৰ্বিংশতম (গুৱাহাটী ১৯৫৫) অধিৱেশনৰ বিৱৰণ সম্বলিত পুথি। ইয়াত আছে হলিৰাম ডেকাৰ আদৰণী ভাষণ, মূল সভাৰ সভাপতি যতীন্দ্ৰ নাথ দুৱৰা, বিজ্ঞান শাখাৰ সভাপতি ড° ৰোহিণীকান্ত বৰুৱা আৰু বুৰঞ্জী শাখাৰ সভাপতি ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ ভাষণ, প্ৰধান সম্পাদক অতুল চন্দ্ৰ হাজৰিকাৰ প্ৰতিবেদন, অধিৱেশনৰ বিৱৰণ ইত্যাদি।

প্ৰকাশ ঃ ১৯৫৬ চন মূল্য ঃ ২.০০ টকা পৃষ্ঠা ১-১৫৪

**অসম সাহিত্য সভা বাৰ্ষিকী**
ড° মহেশ্বৰ নেওগ সম্পাদিত

অসম সাহিত্য সভাৰ ঊনত্ৰিংশ (গোৱালপাৰা, ১৯৬২) সন্মিলনৰ বিৱৰণ সম্বলিত পুথি। ইয়াত আছে খগেন্দ্ৰ নাথ দাসৰ আদৰণী ভাষণ, মূল সভাৰ সভাপতি ত্ৰৈলোক্যনাথ গোস্বামী, সংগীত শাখাৰ সভাপতি পাৰ্বতিপ্ৰসাদ বৰুৱা আৰু বুৰঞ্জী শাখাৰ সভাপতি প্ৰেমধৰ চৌধুৰীৰ ভাষণ, প্ৰধান সম্পাদক ড° মহেশ্বৰ নেওগৰ প্ৰতিবেদন, সন্মিলনৰ চমু বিৱৰণ ইত্যাদি।

প্ৰকাশ ঃ ১৯৬২ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-৮০

**অসম সাহিত্য সভা বাৰ্ষিকী**
ড° মহেশ্বৰ নেওগ সম্পাদিত

অসম সাহিত্য সভাৰ ত্ৰিংশতম (নাজিৰা ১৯৬৪) বিৱৰণ সম্বলিত পুথি। ইয়াত আছে বেদনাথ বৰঠাকুৰৰ আদৰণী ভাষণ, মূল সভাৰ সভাপতি ৰত্নকান্ত বৰকাকতি, সংগীত শাখাৰ সভাপতি ড° ভূপেন্দ্ৰ কুমাৰ হাজৰিকা, বুৰঞ্জী শাখাৰ সভাপতি ড° প্ৰতাপ চন্দ্ৰ চৌধুৰী আৰু কবি সন্মিলনৰ সভাপতি ডিম্বেশ্বৰ নেওগৰ ভাষণ, প্ৰধান সম্পাদক ড° মহেশ্বৰ নেওগৰ প্ৰতিবেদন, সন্মিলনৰ চমু বিৱৰণ ইত্যাদি।

প্ৰকাশ ঃ ১৯৬৪ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-২৫২

**অসম সাহিত্য সভা বাৰ্ষিকী**

ড° মহেশ্বৰ নেওগ সম্পাদিত

অসম সাহিত্য সভাৰ একোত্তৰবিংশতম (ডিগবৈ, ১৯৬৪) সন্মিলনৰ বিৱৰণ সম্বলিত পুথি। ইয়াত আছে বিষ্ণু সহায়ৰ উদ্বোধনী ভাষণ, প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ আদৰণী ভাষণ, মূল সভাৰ সভাপতি মিত্ৰদেৱ মহন্ত আৰু সংগীত শাখাৰ সভাপতি শান্তিদেৱ ঘোষৰ ভাষণ, প্ৰধান সম্পাদক ড° মহেশ্বৰ নেওগৰ প্ৰতিবেদন, হৰিপ্ৰসাদ নেওগৰ প্ৰবন্ধ 'মুকলি অধিৱেশন' ইত্যাদি।

প্ৰকাশ ঃ ১৯৬৪ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-২৬০

**অসম সাহিত্য সভা বাৰ্ষিকী**

হৰিপ্ৰসাদ নেওগ সম্পাদিত

অসম সাহিত্য সভাৰ দ্বাত্ৰিংশতম (নলবাৰী, ১৯৬৫) অধিৱেশনৰ বিৱৰণ সম্বলিত পুথি। ইয়াত আছে ত্ৰৈলোক্যনাথ গোস্বামীৰ আদৰণী ভাষণ, মূল সভাৰ সভাপতি ডিম্বেশ্বৰ নেওগ, সংগীত শাখাৰ সভাপতি মুক্তিনাথ বৰদলৈ, বুৰঞ্জী শাখাৰ সভাপতি সৰ্বেশ্বৰ বৰুৱা আৰু কবি সন্মিলনৰ সভাপতি দৈৱচন্দ্ৰ তালুকদাৰৰ ভাষণ, প্ৰধান সম্পাদক ড° মহেশ্বৰ নেওগৰ প্ৰতিবেদন, শশী শৰ্মাৰ নলবাৰী অধিৱেশনৰ চমু বিৱৰণ ইত্যাদি।

প্ৰকাশ ঃ ১৯৬৫ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-২২০

**অসম সাহিত্য সভা বাৰ্ষিকী**

হৰিপ্ৰসাদ নেওগ সম্পাদিত

অসম সাহিত্য সভাৰ ত্ৰয়ত্ৰিংশ (উত্তৰ লক্ষীমপুৰ, ১৯৬৬) সন্মিলনৰ বিৱৰণ সম্বলিত পুথি। ইয়াত আছে যোগানন্দ বৰগোহাঁইৰ আদৰণী ভাষণ, মূল সভাৰ সভাপতি বিনন্দ চন্দ্ৰ বৰুৱা, বুৰঞ্জী শাখাৰ সভাপতি কৰুণানন্দ দত্ত আৰু সাংস্কৃতিক সন্মিলনৰ মুখ্য অতিথি পৰাগ চলিহাৰ ভাষণ, প্ৰদৰ্শনী উদ্বোধক অমিয় কুমাৰ দাসৰ ভাষণ, প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগৰ প্ৰতিবেদন, নগেন শইকীয়াৰ সন্মিলনৰ বিৱৰণী টোকা ইত্যাদি।

প্ৰকাশ ঃ ১৯৬৬ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-১৫৫



**অসম সাহিত্য সভা বাৰ্ষিকী**

হৰিপ্ৰসাদ নেওগ সম্পাদিত

অসম সাহিত্য সভাৰ চতুঃত্ৰিংশ (ডিব্ৰুগড়, ১৯৬৬-৬৭) সন্মিলনৰ বিৱৰণ সম্বলিত পুথি। ইয়াত আছে লক্ষ্মীনাথ দত্তৰ আদৰণী ভাষণ, মূল সভাৰ সভাপতি নকুলচন্দ্ৰ ভূঞা, আলোচনা চক্ৰৰ সভাপতি ড° মহেশ্বৰ নেওগ, বুৰঞ্জী শাখাৰ সভাপতি কেশৱ নাৰায়ণ দত্ত, বিজ্ঞান শাখাৰ সভাপতি জীৱেশ্বৰ গোস্বামী আৰু কবি সন্মিলনৰ সভাপতি প্ৰসন্নলাল চৌধুৰীৰ ভাষণ, শৈলধৰ ৰাজখোৱাক অভিনন্দন আৰু প্ৰত্যুত্তৰ, প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগৰ প্ৰতিবেদন, নগেন শইকীয়াৰ সন্মিলনৰ বিৱৰণী ইত্যাদি।

প্ৰকাশ ঃ ১৯৬৭ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-২৩৬

**অসম সাহিত্য সভা বাৰ্ষিকী**

হৰিপ্ৰসাদ নেওগ সম্পাদিত

অসম সাহিত্য সভাৰ পঞ্চত্ৰিংশ (তেজপুৰ, ১৯৬৮) সন্মিলনৰ বিৱৰণ সম্বলিত পুথি। ইয়াত আছে কমলাপ্ৰসাদ আগৰৱালাৰ আদৰণী ভাষণ, মূল সভাৰ সভাপতি জ্ঞাননাথ বৰা আৰু বুৰঞ্জী শাখাৰ সভাপতি গুণগোবিন্দ দত্তৰ ভাষণ, প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগৰ প্ৰতিবেদন, নগেন শইকীয়াৰ তেজপুৰত অধিৱেশন, নীলমণি ফুকনৰ তেজপুৰত শোণিত প্ৰৱাহ ইত্যাদি।

প্ৰকাশ ঃ ১৯৬৮ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-১১৬

**অসম সাহিত্য সভা বাৰ্ষিকী**

চৈয়দ আব্দুল মালিক সম্পাদিত

অসম সাহিত্য সভাৰ ষট্‌ত্ৰিংশত্তম (বৰপেটা, ১৯৬৯) সন্মিলনৰ বিৱৰণ সম্বলিত পুথি। ইয়াত আছে মহেন্দ্ৰ মোহন চৌধুৰীৰ আদৰণী ভাষণ, মূল সভাৰ সভাপতি আনন্দ চন্দ্ৰ বৰুৱা, আলোচনা চক্ৰৰ সভাপতি মহেন্দ্ৰ বৰা, কবি সন্মিলনৰ সভানেত্ৰী নলিনীবালা দেৱী, বুৰঞ্জী শাখাৰ সভাপতি লক্ষ্মীপ্ৰসাদ দত্ত আৰু সাংস্কৃতিক সন্মিলনৰ সভাপতি গহন চন্দ্ৰ গোস্বামীৰ ভাষণ, অনু বৰুৱাৰ অসম সাহিত্য সভাৰ ষট্‌ত্ৰিংশ অধিৱেশনৰ এটি সমীক্ষা, প্ৰধান সম্পাদক হৰিপ্ৰসাদ নেওগৰ প্ৰতিবেদন ইত্যাদি।

প্ৰকাশ ঃ ১৯৭১ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-১৭০

**অসম সাহিত্য সভা বাৰ্ষিকী**

যতীন্দ্ৰনাথ গোস্বামী সম্পাদিত

অসম সাহিত্য সভাৰ সপ্তত্ৰিংশতম (ধিং, ১৯৭০) সন্মিলনৰ বিৱৰণ সম্বলিত পুথি। ইয়াত আছে আনন্দ চন্দ্ৰ বৰুৱাৰ পতাকা উত্তোলনৰ ভাষণ, চন্দ্ৰকান্ত বৰকাকতীৰ আদৰণী ভাষণ, মূল সভাৰ সভাপতি উপেন্দ্ৰ চন্দ্ৰ লেখাৰু, আলোচনা চক্ৰৰ সভাপতি বিপিন কুমাৰ বৰগোহাঁই, বুৰঞ্জী শাখাৰ সভাপতি ভুবন চন্দ্ৰ সন্দিকৈ, কবি সন্মিলনৰ সভাপতি নৱকান্ত বৰুৱা, সাংস্কৃতিক সন্মিলনৰ সভাপতি ফণী শৰ্মা আৰু প্ৰদৰ্শনী উদ্বোধক ড° সত্যৰঞ্জন বৰুৱাৰ ভাষণ, প্ৰধান সম্পাদক চৈয়দ আব্দুল মালিকৰ প্ৰতিবেদন, নগেন শইকীয়াৰ ধিং অধিৱেশনৰ চমু বিৱৰণ ইত্যাদি।

প্ৰকাশ ঃ ১৯৭১ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-১৬৪

**অসম সাহিত্য সভা বাৰ্ষিকী**

যতীন্দ্ৰনাথ গোস্বামী সম্পাদিত

অসম সাহিত্য সভাৰ অষ্টত্ৰিংশতম (মাকুম, ১৯৭১) সন্মিলনৰ বিৱৰণ সম্বলিত পুথি। ইয়াত আছে ৰমেশ চন্দ্ৰ বৰুৱাৰ আদৰণী ভাষণ, মহেন্দ্ৰমোহন চৌধুৰীৰ উদ্বোধনী ভাষণ, মূল সভাৰ সভাপতি তীৰ্থনাথ শৰ্মা, আলোচনা চক্ৰৰ সভাপতি ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, কবি সন্মিলনৰ সভাপতি কমলেশ্বৰ চলিহা আৰু সাংস্কৃতিক সন্মিলনৰ সভাপতি কমল নাৰায়ণ চৌধুৰীৰ ভাষণ, প্ৰধান সম্পাদক যতীন্দ্ৰনাথ গোস্বামীৰ প্ৰতিবেদন, ডিম্বেশ্বৰ শৰ্মাৰ অষ্টত্ৰিংশ মাকুম অধিৱেশনৰ সমীক্ষা ইত্যাদি।

প্ৰকাশ ঃ ১৯৭২ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-১৭৬

**অসম সাহিত্য সভা বাৰ্ষিকী**

যতীন্দ্ৰনাথ গোস্বামী সম্পাদিত

অসম সাহিত্য সভাৰ ঊনচত্বাৰিংশতম (ধুবুৰী, ১৯৭২) সন্মিলনৰ বিৱৰণ সম্বলিত পুথি। ইয়াত আছে দীনেশ ৰঞ্জন চৰকাৰৰ আদৰণী ভাষণ, ত্ৰৈলোক্যনাথ



গোস্বামীৰ উদ্বোধনী ভাষণ, মূল সভাৰ সভাপতি হেম বৰুৱা, বুৰঞ্জী শাখাৰ সভাপতি ড° হেৰম্বকান্ত বৰপূজাৰী, কবি সন্মিলনৰ সভাপতি বৈকুণ্ঠনাথ চক্ৰৱৰ্তী, সাংস্কৃতিক সন্মিলনৰ সভাপতি ডাঃ অন্নদাচৰণ দাস আৰু আলোচনা চক্ৰৰ সভাপতি খনীন্দ্ৰ চন্দ্ৰ বৰুৱাৰ ভাষণ, প্ৰধান সম্পাদক যতীন্দ্ৰনাথ গোস্বামীৰ প্ৰতিবেদন, ডিম্বেশ্বৰ শৰ্মাৰ ধুবুৰী অধিৱেশনৰ সমীক্ষা ইত্যাদি।

প্ৰকাশ ঃ ১৯৭২ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-১৬৫

**অসম সাহিত্য সভা বাৰ্ষিকী**

নগেন শইকীয়া সম্পাদিত

অসম সাহিত্য সভাৰ চত্বাৰিংশতম (ৰঙিয়া, ১৯৭৩) সন্মিলনৰ বিৱৰণ সম্বলিত পুথি। ইয়াত আছে শৰৎ চন্দ্ৰ সিংহৰ উদ্বোধনী ভাষণ, প্ৰাণেশ্বৰ শৰ্মাৰ আদৰণী ভাষণ, মূল সভাৰ সভাপতি গিৰিধৰ শৰ্মা, আলোচনা চক্ৰৰ সভাপতি ছগনলাল জৈন, বুৰঞ্জী শাখাৰ সভাপতি মুৰাৰিচৰণ দাস, কবি সন্মিলনৰ সভাপতি অম্বেশ্বৰ চেতিয়া ফুকন আৰু সাংস্কৃতিক সন্মিলনৰ সভাপতি গজেন বৰুৱাৰ ভাষণ, হৰেন্দ্ৰনাথ তালুকদাৰৰ উদ্বোধনী ভাষণ, প্ৰধান সম্পাদক যতীন্দ্ৰনাথ গোস্বামীৰ প্ৰতিবেদন, ডিম্বেশ্বৰ শৰ্মাৰ অসম সাহিত্য সভাৰ ৰঙিয়া অধিৱেশনৰ সমীক্ষা ইত্যাদি।

প্ৰকাশ ঃ ১৯৭৪ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-১৮৪

**মঙলদৈ মঙলদৈ**

নগেন শইকীয়া সম্পাদিত

অসম সাহিত্য সভাৰ একচত্বাৰিংশতম (মঙলদৈ, ১৯৭৪) সন্মিলনৰ সভাপতিসকলৰ অভিভাষণ, প্ৰধান সম্পাদকৰ প্ৰতিবেদন আদি সম্বলিত পুথি। ইয়াত আছে কালিন্দীচৰণ পানিগ্ৰাহীৰ উদ্বোধনী ভাষণ, অভ্যৰ্থনা সমিতিৰ বাহাদুৰ বসুমতাৰী, মূল সভাৰ সভাপতি ড° মহেশ্বৰ নেওগ, আলোচনা চক্ৰৰ সভাপতি মুনীন বৰকটকী, বুৰঞ্জী শাখাৰ সভাপতি সদানন্দ চলিহা, কবিতা অধিৱেশনৰ সভাপতি নাৰায়ণ বেজবৰুৱাৰ অভিভাষণ, স্মৃতিগ্ৰন্থ উন্মোচক জয়সিং দলৈ আৰু

প্ৰদৰ্শনী উদ্বোধক হৰেন্দ্ৰ নাথ তালুকদাৰৰ ভাষণ, বিশিষ্ট অতিথি শৰৎ চন্দ্ৰ সিংহৰ ভাষণ, নন্দ তালুকদাৰৰ বছৰৰ সাহিত্য ১৯৭৩, ড° চন্দ্ৰ কটকীৰ যোৱা দুবছৰৰ কবিতা ১৯৭২-৭৩, অনিমা দত্তৰ অতি সাম্প্ৰতিক কালৰ অসমীয়া চুটি গল্প, ড° কেশৱানন্দ দেৱ গোস্বামীৰ অসমীয়া সংগীতত ধ্ৰুপদী ঐতিহ্য, প্ৰধান সম্পাদক নগেন শইকীয়াৰ প্ৰতিবেদন ইত্যাদি।

প্ৰকাশ ঃ ১৯৭৫ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ১-৩৬৪

## তিতাবৰ সোঁৱৰণ

নগেন শইকীয়া সম্পাদিত

অসম সাহিত্য সভাৰ দ্বিচত্বাৰিংশতম (তিতাবৰ, ১৯৭৫) সন্মিলনৰ সভাপতি প্ৰমুখ্যে বিশিষ্ট ব্যক্তিসকলৰ ভাষণ আৰু সভাৰ বিৱৰণিৰ সংকলন। ইয়াত আছে ড° মহেশ্বৰ নেওগৰ পতাকা-অভিবাদন, সভা উদ্বোধক ড° কৃপাল সিং নাৰাঙৰ ভাষণ, মূল সভাৰ সভাপতি ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ ভাষণ, প্ৰদৰ্শনী উদ্বোধক হৰেন্দ্ৰ নাথ তালুকদাৰ আৰু সংগীত অধিৱেশনৰ উদ্বোধক আৰু সভাপতি ক্ৰমে হিতেশ্বৰ শইকীয়া আৰু সত্যপ্ৰসাদ বৰুৱাৰ ভাষণ, কবি সন্মিলনৰ সভাপতি কেশৱ মহন্তৰ ভাষণ, প্ৰথম আলোচনা চক্ৰৰ সভাপতি বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য আৰু দ্বিতীয় আলোচনা চক্ৰৰ উদ্বোধক মেদিনী চৌধুৰীৰ ভাষণ, দ্বিতীয় মুকলি অধিৱেশনৰ বিশিষ্ট অতিথি শৰৎ চন্দ্ৰ সিংহৰ ভাষণ, প্ৰধান সম্পাদক নগেন শইকীয়াৰ প্ৰতিবেদন, হেৰম্ব বৰদলৈৰ 'আজি বন্দো কি ছন্দেৰে' ইত্যাদি।

প্ৰকাশ ঃ ১৯৭৫ চন মূল্য ঃ ৬.০০ টকা পৃষ্ঠা ১-১৫৫

## টিহু লখিমী

বসন্ত কুমাৰ গোস্বামী সম্পাদিত

অসম সাহিত্য সভাৰ ত্ৰয়চত্বাৰিংশতম (টিহু, ১৯৭৬) সন্মিলনৰ বিৱৰণ সম্বলিত পুথি। ইয়াত আছে ফকৰুদ্দিন আলি আহমদৰ উদ্বোধনী ভাষণ, মূল সভাৰ সভাপতি যজ্ঞেশ্বৰ শৰ্মা আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঃ ভূমিধৰ বৰ্মনৰ ভাষণ, মুখ্য অতিথি সুভাষ মুখোপাধ্যায় আৰু বিশিষ্ট অতিথি শৰৎ চন্দ্ৰ



সিংহৰ ভাষণ, সংগীত সন্মিলনৰ উদ্বোধক সাৰদা বৰদলৈ, স্মৃতিগ্ৰন্থ উন্মোচক ৰমা দাস আৰু প্ৰদৰ্শনী উদ্বোধক বিনন্দ চন্দ্ৰ বৰুৱাৰ ভাষণ, কবি-সন্মিলনৰ সভানেত্ৰী নিৰ্মলপ্ৰভা বৰদলৈৰ ভাষণ, সাহিত্য-আলোচনাৰ উদ্বোধক ৰজনী কান্ত শৰ্মা আৰু সাহিত্য আলোচনাৰ সভাপতি চৈয়দ আব্দুল মালিকৰ ভাষণ, প্ৰধান সম্পাদক নগেন শইকীয়াৰ প্ৰতিবেদন ইত্যাদি।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-২৩১

## অভয়াপুৰী

প্ৰকাশ গোস্বামী সম্পাদিত

অসম সাহিত্য সভাৰ চতুশ্চত্বাৰিংশতম (অভয়াপুৰী, ১৯৭৭) সন্মিলনৰ বিৱৰণ সম্বলিত পুথি। ইয়াত আছে যজ্ঞেশ্বৰ শৰ্মাৰ পতাকা অভিবাদন, শৰৎ চন্দ্ৰ সিংহৰ উদ্বোধনী ভাষণ, অভ্যৰ্থনা সমিতিৰ সভাপতি উত্তম চন্দ্ৰ ব্ৰহ্মৰ ভাষণ, সভাপতি চৈয়দ আব্দুল মালিকৰ অভিভাষণ, স্মৃতিগ্ৰন্থ উন্মোচক সীতানাথ ব্ৰহ্ম চৌধুৰীৰ ভাষণ, সাহিত্য-সংকলন উন্মোচক ড° হৰিশ চন্দ্ৰ ভট্টাচাৰ্যৰ ভাষণ, সাংস্কৃতিক সন্মিলনৰ সভাপতি চন্দ্ৰধৰ গোস্বামী আৰু মুখ্য অতিথি বীৰেন্দ্ৰ কুমাৰ ফুকনৰ ভাষণ, কবি সন্মিলনৰ সভাপতি বীৰেণ বৰকটকীৰ ভাষণ, আলোচনা চক্ৰৰ উদ্বোধক ৰায়হান শ্বাহৰ ভাষণ, আলোচনা চক্ৰৰ সভাপতি যোগেশ দাসৰ ভাষণ, দ্বিতীয় দিনৰ মুকলি অধিৱেশনৰ উদ্বোধক প্ৰেমখান্দু থুংগন আৰু মুখ্য অতিথি সুনীল গংগোপাধ্যায়ৰ ভাষণ, প্ৰধান সম্পাদক ড° হেমন্ত কুমাৰ শৰ্মাৰ প্ৰতিবেদন ইত্যাদি।

প্ৰকাশ ঃ ১৯৮০ চন মূল্য ঃ ৮.০০ টকা পৃষ্ঠা ১-২৩১

## জোনাকীৰ আভা

বসন্ত কুমাৰ গোস্বামী সম্পাদিত

অসম সাহিত্য সভাৰ পঞ্চচত্বাৰিংশতম (গোলাঘাট, ১৯৭৮) সন্মিলনৰ বিৱৰণ সম্বলিত পুথি। ইয়াত আছে প্ৰদৰ্শনী উদ্বোধক বিনন্দ চন্দ্ৰ বৰুৱাৰ ভাষণ, স্মৃতিগ্ৰন্থ উন্মোচক গিৰিধৰ শৰ্মাৰ ভাষণ, বুৰঞ্জী সন্মিলনৰ উদ্বোধক ড° লক্ষ্মী দেৱীৰ ভাষণ, কামা সুব্ৰামনিয়মৰ মূল সভাৰ উদ্বোধনী ভাষণ, অভ্যৰ্থনা সমিতিৰ সভাপতি ড° মোহিনী কুমাৰ শইকীয়াৰ ভাষণ, সভাপতি প্ৰসন্নলাল চৌধুৰীৰ ভাষণ, কবি

সন্মিলনৰ সভাপতি মহিম বৰাৰ ভাষণ, সুন্দৰ বৰদলৈৰ সাংস্কৃতিক সন্মিলনৰ উদ্বোধনী ভাষণ, আলোচনাৰ সভাপতি মনোৰঞ্জন শাস্ত্ৰীৰ ভাষণ, এইচ্ গুনু সিংহৰ সাংস্কৃতিক সন্ধিয়া উদ্বোধনী ভাষণ, দ্বিতীয় মুকলি সন্মিলনৰ উদ্বোধক ত্ৰৈলোক্যনাথ গোস্বামীৰ ভাষণ, প্ৰধান সম্পাদক আব্দুছ ছাত্তাৰৰ প্ৰতিবেদন, ইত্যাদি।

প্ৰকাশ ঃ ১৯৮০ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-২৫২

## শুৱালকুছি

লীলা গগৈ সম্পাদিত

অসম সাহিত্য সভাৰ ষট্চত্বাৰিংশতম (শুৱালকুচি, ১৯৭৯) সন্মিলনৰ বিৱৰণ সম্বলিত পুথি। ইয়াত আছে অধ্যাপক অতুল চন্দ্ৰ হাজৰিকাৰ উদ্বোধনী ভাষণ, অভ্যৰ্থনা সমিতিৰ সভাপতি লক্ষ্যধৰ চৌধুৰীৰ ভাষণ, সভাপতি অতুল চন্দ্ৰ বৰুৱাৰ ভাষণ, সাংস্কৃতিক সভাৰ সভাপতি প্ৰদীপ চলিহাৰ ভাষণ, কবি সন্মিলনৰ সভানেত্ৰী ড° লক্ষহীৰা দাসৰ ভাষণ, আলোচনাচক্ৰৰ সভাপতি মহেশ চন্দ্ৰ দেৱ গোস্বামীৰ ভাষণ, ড° লীলা গগৈৰ সম্পাদকীয় প্ৰতিবেদন ইত্যাদি। পৰিশিষ্টত বিষয়-বাছনি সভাৰ বিৱৰণ আদি আছে।

প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ৮.০০ টকা পৃষ্ঠা ১-২১৪

## ৰহাৰ ৰেঙনি

অমল ৰাজখোৱা সম্পাদিত

অসম সাহিত্য সভাৰ সপ্তচত্বাৰিংশতম (ৰহা, ১৯৮০) সন্মিলনৰ বিৱৰণ সম্বলিত পুথি। ইয়াত আছে অতুল চন্দ্ৰ বৰুৱাৰ পতাকা অভিবাদন, ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ প্ৰথম অধিৱেশনৰ উদ্বোধনী ভাষণ, বিনন্দ চন্দ্ৰ বৰুৱাৰ দ্বিতীয় মুকলি অধিৱেশনৰ উদ্বোধনী ভাষণ, অভ্যৰ্থনা সমিতিৰ সভাপতি দুলাল চন্দ্ৰ বৰুৱাৰ ভাষণ, সভাপতি যতীন্দ্ৰ নাথ গোস্বামীৰ ভাষণ, প্ৰদৰ্শনী উদ্বোধক ড° হেমলেট বাৰেৰ ভাষণ, সাংস্কৃতিক সন্মিলনৰ উদ্বোধক ড° বীৰেন্দ্ৰ নাথ দত্তৰ ভাষণ, স্মৃতিগ্ৰন্থ ৰহাৰ ৰহদৈ গোবিন্দ চন্দ্ৰ পৈৰাৰ উন্মোচনী ভাষণ, সাহিত্য সভাৰ প্ৰকাশন উন্মোচক হৰিপ্ৰসাদ ৰাইৰ ভাষণ, প্ৰথম আলোচনা চক্ৰৰ সভাপতি যোগেশ দাসৰ ভাষণ, দ্বিতীয় আলোচনা চক্ৰৰ ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, নিৰুপমা হাগজেৰ আৰু বীৰেন্দ্ৰ প্ৰসাদ বৈশ্যৰ ভাষণ, প্ৰধান সম্পাদক লীলা গগৈৰ প্ৰতিবেদন, ধৰ্মসিং ডেকা আৰু হিৰণ্য নাৰায়ণ বৰাৰ 'আজি বন্দো কি ছন্দেৰে' ইত্যাদি।



প্ৰকাশ ঃ ১৯৮০ চন মূল্য ঃ ৮.০০ টকা পৃষ্ঠা ১-১৮৩

## সৰ্বানন্দ সিংহ নগৰৰ অভিজ্ঞান

ড° নগেন শইকীয়া সম্পাদিত

অসম সাহিত্য সভাৰ অষ্টচত্বাৰিংশতম (তিনিচুকীয়া, ১৯৮১) সন্মিলনৰ বিৱৰণ সম্বলিত পুথি। ইয়াত আছে যতীন্দ্ৰ নাথ গোস্বামীৰ পতাকা অভিবাদন, ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ উদ্বোধনী ভাষণ, অভ্যৰ্থনা সমিতিৰ সভাপতি চাইফউদ্দিন আহমদৰ ভাষণ, সভাপতি সীতানাথ ব্ৰহ্ম চৌধুৰীৰ ভাষণ, বিশিষ্ট অতিথি গোপীনাথ মহন্তৰ ভাষণ, মুখ্য অতিথি জৈনেন্দ্ৰ কুমাৰৰ ভাষণ, ইন্দিৰা মিৰিৰ প্ৰদৰ্শনী দ্বাৰ উদ্ঘাটন ভাষণ, স্মৃতিগ্ৰন্থ উন্মোচক চাদেৰ আলীৰ ভাষণ, প্ৰকাশন উন্মোচক মংগলচণ্ডী ব্ৰহ্মাৰ ভাষণ, প্ৰথম সাংস্কৃতিক সন্ধিয়াৰ উদ্বোধক যুগল দাসৰ ভাষণ, দ্বিতীয় সাংস্কৃতিক সন্ধিয়াৰ উদ্বোধক ৰসেশ্বৰ শইকীয়া বায়নৰ ভাষণ, তৃতীয় সাংস্কৃতিক সন্ধিয়াৰ উদ্বোধক অম্বেশ্বৰ চেতিয়া ফুকনৰ ভাষণ, কবি সন্মিলনৰ সভাপতি হৰি বৰকাকতিৰ ভাষণ, কবি সন্মিলনৰ বিশিষ্ট অতিথি ড° মহেন্দ্ৰ নাথ বৰাৰ ভাষণ, ড° উপেন্দ্ৰ নাথ গোস্বামীৰ আলোচনা চক্ৰৰ সভাপতিৰ ভাষণ, প্ৰধান সম্পাদক ড° নগেন শইকীয়াৰ প্ৰতিবেদন ইত্যাদি।

প্ৰকাশ ঃ ১৯৮৩ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-১৬৮

## ৰাংছিনাৰ সুৰ

দুৰ্গেশ্বৰ শৰ্মা সম্পাদিত

অসম সাহিত্য সভাৰ ঊনপঞ্চাশতম (ডিফু, ১৯৮২) সন্মিলনৰ বিৱৰণ সম্বলিত গ্ৰন্থ। ইয়াত আছে সীতানাথ ব্ৰহ্ম চৌধুৰীৰ পতাকা অভিবাদন, অভ্যৰ্থনা সমিতিৰ সভাপতি ছত্ৰ সিং টেৰণৰ আদৰণী ভাষণ, ৰঘুবীৰ সহায়ৰ উদ্বোধনী ভাষণ, ড° ভূপেন হাজৰিকাৰ মুখ্য অতিথিৰ ভাষণ, সভাপতি সীতানাথ ব্ৰহ্ম চৌধুৰীৰ ভাষণ, বিশিষ্ট অতিথি ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ ভাষণ, লৰংগলতা

বৰুৱাৰ প্ৰদৰ্শনী দ্বাৰ উদ্‌ঘাটন ভাষণ, সাংস্কৃতিক সন্মিলনৰ উদ্বোধক বিনন্দ চন্দ্ৰ বৰুৱাৰ ভাষণ, স্মৃতিগ্ৰন্থ উন্মোচয়িতা নিৰুপমা হাগজেৰৰ ভাষণ, সভাৰ প্ৰকাশনৰ উন্মোচক বংলং তেৰাঙৰ ভাষণ, বুৰঞ্জী সন্মিলনৰ সভাপতি ড° ভূবন মোহন দাসৰ ভাষণ, বিশিষ্ট বক্তা যজ্ঞোৰাম গগৈৰ ভাষণ, বিশিষ্ট বক্তা ফুকন ফাংচ' আৰু ড° গোপাল চন্দ্ৰ মেধিৰ ভাষণ, আলোচনা চক্ৰৰ সভাপতি ড° বীৰেন্দ্ৰ নাথ দত্তৰ ভাষণ, উদ্বোধক ড° নিৰ্মলপ্ৰভা বৰদলৈৰ ভাষণ, বিশিষ্ট বক্তা ৰাজেন ৰাভাৰ ভাষণ, কবি সন্মিলনৰ সভাপতি নলিনীধৰ ভট্টাচাৰ্যৰ ভাষণ, প্ৰধান সম্পাদক দুৰ্গেশ্বৰ শৰ্মাৰ প্ৰতিবেদন ইত্যাদি।

প্ৰকাশ ঃ ১৯৮৮ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-২০৪

## প্ৰতিধ্বনি

ড° নগেন শইকীয়া সম্পাদিত

শ্ৰীশ্ৰীমাধৱদেৱ ক্ষেত্ৰৰ 'প্ৰতিধ্বনি' হৈছে অসম সাহিত্য সভাৰ একপঞ্চাশতম (বিহপুৰীয়া, ১৯৮৫) সন্মিলনৰ বিৱৰণ সম্বলিত গ্ৰন্থ। ইয়াত আছে ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ পতাকা অভিবাদন। প্ৰকাশন-উন্মোচক হৰিপ্ৰসাদ ৰায় আৰু স্মৃতিগ্ৰন্থ উন্মোচক ড° প্ৰিয়াংশু প্ৰবল উপাধ্যায়ৰ ভাষণ, মহানন্দ বৰাৰ স্মৃতি তৰ্পণ অনুষ্ঠানৰ ভাষণ, যতীন্দ্ৰ নাথ গোস্বামীৰ প্ৰদৰ্শনীৰ দ্বাৰ উদ্‌ঘাটনৰ ভাষণ, সাংস্কৃতিক সন্মিলনৰ সভাপতি লক্ষ্যধৰ চৌধুৰীৰ ভাষণ, ভাষা সন্মিলনৰ সভাপতি ড° গোলোক চন্দ্ৰ গোস্বামীৰ ভাষণ, আদৰণী সমিতিৰ সভাপতি ডম্বৰুধৰ শইকীয়াৰ ভাষণ, মৈত্ৰেয়ী দেৱীৰ উদ্বোধনী ভাষণ, সভাপতি যোগেশ দাসৰ ভাষণ, বিশিষ্ট অতিথি ড° শুভ্ৰেন্দু শেখৰ মুখোপাধ্যায়ৰ বিশিষ্ট অতিথিৰ ভাষণ, কবি সন্মিলনৰ সভাপতি ৰাম গগৈৰ ভাষণ, সাংস্কৃতিক সন্মিলনৰ উদ্বোধক তফজ্জুল আলিৰ ভাষণ, আলোচনা-চক্ৰৰ উদ্বোধক আব্দুছ ছাত্তাৰৰ উদ্বোধকৰ ভাষণ, আলোচনা-চক্ৰৰ সভাপতি বীৰেণ বৰকটকীৰ ভাষণ, বিনন্দ চন্দ্ৰ বৰুৱাৰ দ্বিতীয় অধিৱেশনৰ আৰম্ভণী ভাষণ, যোগেন্দ্ৰ কুমাৰ বসুমতাৰীৰ সাংস্কৃতিক সন্মিলনৰ উদ্বোধনী ভাষণ, প্ৰধান সম্পাদক ড° নগেন শইকীয়াৰ প্ৰতিবেদন ইত্যাদি।

প্ৰকাশ ঃ ১৯৮৭ চন মূল্য ঃ ২৫.০০ টকা পৃষ্ঠা ১-২২৩



## মাধৱ কন্দলি ক্ষেত্ৰৰ জিলিঙনি

প্ৰফুল্ল চন্দ্ৰ ভট্টাচাৰ্য সম্পাদিত

অসম সাহিত্য সভাৰ দ্বি-পঞ্চাশতম (কামপুৰ, ১৯৮৬) অধিৱেশনৰ বিৱৰণ সম্বলিত পুথি। ইয়াত আছে যোগেশ দাসৰ পতাকা অভিবাদন, স্মৃতিগ্ৰন্থ উন্মোচক বলাইৰাম সেনাপতিৰ ভাষণ, প্ৰকাশন উন্মোচক স্নেহ দেৱীৰ ভাষণ, প্ৰদৰ্শনীৰ দ্বাৰ উন্মোচক ভীষ্ম নাৰায়ণ সিংহৰ ভাষণ, সাংস্কৃতিক সন্মিলনৰ সভাপতি আৰু উদ্বোধক ক্ৰমে আনন্দ মোহন ভাগৱতী আৰু নিৰ্মল কুমাৰ চক্ৰৱৰ্তীৰ ভাষণ, মুখ্য অতিথি উমাশংকৰ যোশীৰ ভাষণ, বুৰঞ্জী সন্মিলনৰ সভাপতি বিজয় চন্দ্ৰ ভাগৱতীৰ ভাষণ, সভাপতি বীৰেণ বৰকটকীৰ ভাষণ, ড° মহেশ্বৰ নেওগৰ উদ্বোধনী ভাষণ, কবি সন্মিলনৰ সভাপতি হীৰেণ ভট্টাচাৰ্যৰ ভাষণ, যজ্ঞেশ্বৰ শৰ্মাৰ কবি সন্মিলনৰ উদ্বোধনী ভাষণ, তাৰিকউদ্দিন আহমেদৰ সাংস্কৃতিক সন্মিলনৰ উদ্বোধনী ভাষণ, আলোচনা-চক্ৰৰ সভাপতি প্ৰদীপ চলিহাৰ ভাষণ আৰু উদ্বোধক ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ উদ্বোধনী ভাষণ, বিশিষ্ট অতিথি প্ৰফুল্ল কুমাৰ মহন্ত আৰু বীৰেন্দ্ৰ সিংহৰ ভাষণ, গিৰীন্দ্ৰ নাথ বড়াৰ আদৰণী ভাষণ, প্ৰধান সম্পাদক প্ৰফুল্ল চন্দ্ৰ ভট্টাচাৰ্যৰ প্ৰতিবেদন ইত্যাদি।

প্ৰকাশ ঃ ১৯৮৯ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-৩১৪

## সাহিত্য-তীৰ্থৰ সোঁৱৰণ

অমল ৰাজখোৱা সম্পাদিত

অসম সাহিত্য সভাৰ চতুঃপঞ্চাশতম (হাইলাকান্দি, ১৯৮৮) সন্মিলনৰ বিৱৰণ সম্বলিত গ্ৰন্থ। ইয়াত আছে ড° মহেন্দ্ৰ বৰাৰ পতাকা অভিবাদন, নিৰুপমা হাগজেৰৰ স্মৃতি তৰ্পণ, উমাকান্ত শৰ্মাৰ প্ৰদৰ্শনী আৰু গ্ৰন্থমেলা উদ্‌ঘাটন ভাষণ, ৰাম গোস্বামীৰ স্মৃতিগ্ৰন্থ উন্মোচনী ভাষণ, গ্ৰন্থ উন্মোচক তিলক দাসৰ ভাষণ, ড° লক্ষ্মীনন্দন বৰাৰ গ্ৰন্থ আৰু আলোচনীৰ উন্মোচনী ভাষণ। ড° হেমন্ত কুমাৰ শৰ্মাৰ আলোচনা-চক্ৰৰ উদ্বোধনী ভাষণ, আলোচনা-চক্ৰৰ সভানেত্ৰী ড° নিৰ্মলপ্ৰভা বৰদলৈৰ ভাষণ, আদৰণী সমিতিৰ সভাপতি শ্বহীদুল আলম চৌধুৰী আৰু অধিৱেশনৰ উদ্বোধক সত্য প্ৰসাদ বৰুৱাৰ ভাষণ, সভাপতি কীৰ্তিনাথ হাজৰিকাৰ ভাষণ, মুখ্য অতিথি গৌৰীকিশোৰ ঘোষ আৰু কবি সন্মিলনৰ সভাপতি দিনেশ গোস্বামীৰ ভাষণ,

ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ সাংস্কৃতিক সন্ধিয়াৰ উদ্বোধক আৰু বিষ্ণুপ্ৰসাদ ৰাভা সাংস্কৃতিক সন্ধিয়াৰ উদ্বোধক ক্ৰমে প্ৰফুল্ল কুমাৰ বৰুৱা আৰু খগেন্দ্ৰ নাথ দাসৰ ভাষণ, প্ৰধান সম্পাদক অমল ৰাজখোৱাৰ প্ৰতিবেদন পৱন কুমাৰ বৰুৱাৰ সাহিত্য-তীৰ্থৰ সোঁৱৰণ ইত্যাদি।

প্ৰকাশ ঃ ১৯৮৯ চন মূল্য ঃ ৪০.০০ টকা পৃষ্ঠা ১-২৬৮

**এনেখন মৰমৰ দেশ**

ড° নিৰ্মল প্ৰভা বৰদলৈ

অসমৰ সৰ্বসাধাৰণ ৰাইজে অসমৰ জাতীয় জীৱনৰ স্বৰূপ আৰু অসমৰ সংস্কৃতিৰ ৰূপৰেখা সহজে বুজিব পৰাকৈ সহজ সৰল ভাষাত এই গ্ৰন্থখনি ৰচনা কৰা হৈছে যাতে জাতীয় চেতনা উদ্বেগ কৰাত ই ইন্ধন যোগাব পাৰে।

প্ৰকাশ- ১৯৯২ বিনামূলীয়া পৃষ্ঠা ঃ ৯

**অসম সাহিত্য সভাৰ আজীৱন সভ্য**

সংকলক-সম্পাদক ঃ ড° জগদীশ পাটগিৰী

সভাৰ ১৯৪৪ খ্ৰীষ্টাব্দৰ পৰা এই গ্ৰন্থ প্ৰস্তুত হোৱালৈ মুঠ ৬০৬৮ জন আজীৱন সভ্যৰ নাম ইয়াত সন্নিবিষ্ট হৈছে।

প্ৰকাশ ঃ ২০০৫ চন মূল্য ঃ ১৫০.০০ টকা পৃষ্ঠা ২৮৯

**মঙ্গলতীৰ্থৰ ৰেঙণি**

সম্পাদনা ঃ প্ৰতাপ বৰুৱা, কমল কলিতা,

অক্ষয় কুমাৰ নাথ, বিনন্দ কুমাৰ শইকীয়া

সভাৰ অষ্টষষ্টিতম ছিপাঝাৰ অধিৱেশনৰ বিভিন্ন অনুষ্ঠানৰ বাবে আমন্ত্ৰিত বিশেষ অতিথিসকলৰ ভাষণাৱলী আৰু কেইটিমান নিবন্ধ এই গ্ৰন্থত সন্নিবিষ্ট কৰা হৈছে।

প্ৰকাশ ঃ ২০০৭ চন মূল্য ঃ ১০০.০০ টকা পৃষ্ঠাঃ ১৭৬



**পাঠশালাৰ ৰেঙণি**

সংকলক-সম্পাদক ঃ অমল ৰাজখোৱা

সহযোগী সংকলক-সম্পাদক ঃ সতীশ চন্দ্ৰ চৌধুৰী

'পাঠশালাৰ ৰেঙণি' কিতাপখন পাঠশালা অধিৱেশনৰ দলিল স্বৰূপ। এই পুথিখনত পাঠশালা অধিৱেশনৰ সন্নিবিষ্ট হৈছে—প্ৰধান সম্পাদকৰ নিবেদন, পতাকা অভিনন্দন, মুকলি সভাৰ উদ্বোধনী ভাষণ, আদৰণী সমিতিৰ সভাপতিৰ ভাষণ, অসম সাহিত্য সভাৰ ত্ৰিপঞ্চাশতম অধিৱেশনৰ সভাপতিৰ অভিভাষণ, কবি সন্মিলনৰ সভাপতিৰ ভাষণ, স্মৃতি তৰ্পণ অনুষ্ঠানৰ ভাষণ, স্মৃতিগ্ৰন্থ উন্মোচনী ভাষণ, গ্ৰন্থ উন্মোচনী ভাষণ, শ্বহীদ বেদী উন্মোচনী ভাষণ, দ্বিতীয় দিনৰ মুকলিসভাৰ আৰম্ভণী ভাষণ, Speech Delivered by Distinguished guest, দ্বিতীয় মুকলি অধিৱেশনৰ বিশিষ্ট অতিথিৰ ভাষণ, দ্বিতীয় মুকলি অধিৱেশনৰ বিশিষ্ট অতিথিৰ ভাষণ, দ্বিতীয় মুকলি অধিৱেশনৰ বিশিষ্ট অতিথিৰ ভাষণ, গ্ৰন্থমেলা আৰু প্ৰদৰ্শনী উন্মোচনী ভাষণ, প্ৰতিনিধি শিবিৰ মুকলি ভাষণ সাংস্কৃতিক অনুষ্ঠানৰ উদ্বোধনী ভাষণ, প্ৰথম আলোচনা চক্ৰৰ সঞ্চালকৰ ভাষণ, দ্বিতীয় আলোচনা চক্ৰৰ সঞ্চালকৰ ভাষণ, অসমত আধুনিক নাট্য আন্দোলনৰ ধাৰা, আলোকচিত্ৰ, অসম সাহিত্য সভাৰ ৫৩ তম্ পাঠশালা অধিৱেশনৰ চমু কথা।

প্ৰকাশ ঃ ১৯৮৯ চন মূল্য ঃ ২৫.০০ টকা পৃষ্ঠা ১-১৯৭

**কমলাকান্ত ক্ষেত্ৰৰ ৰেঙণি**

সম্পাদক ঃ সতীশ চন্দ্ৰ চৌধুৰী

অসম সাহিত্য সভাৰ ৫৬ তম বিশ্বনাথ চাৰিআলি অধিৱেশনত হৈ যোৱা বিভিন্ন কাৰ্যসূচীৰ লগতে মুকলি অধিৱেশন, কবি সন্মিলন, আলোচনা চক্ৰ আদিৰ সভাপতিসকলৰ অভিভাষণ সম্বিলিত গ্ৰন্থ।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-২৫০

# সাহিত্য-তত্ত্ব, সাহিত্য-বিভাগ, সংস্কৃতি আদি বিষয়ক

**অসমৰ লোক-সংস্কৃতিত পৰম্পৰাগত উৎসৱ-অনুষ্ঠান**

ধীৰেন শৰ্মা

অসমৰ বাৰেৰহণীয়া লোক-সংস্কৃৰিৰ অন্তৰ্গত বিভিন্ন জাতি -উপজাতি আৰু জনগোষ্ঠীয় সমাজ জীৱনত অতীজৰে পৰা পৰম্পৰাগতভাৱে চলিত উৎসৱ অনুষ্ঠানসমূহৰ বৰ্ণনামূলক বিশ্লেষণ।

প্ৰকাশ ঃ ২০০৯ চন মূল্য ঃ ৭৫.০০ টকা পৃষ্ঠা ঃ ১-১৩৪

**অসমৰ সাংস্কৃতিক ইতিহাস- (২য় খণ্ড) (১২২৭ খ্ৰীঃ পৰা ১৮৩০ খ্ৰীলৈ)**

ড° নবীন চন্দ্ৰ শৰ্মা

অসমৰ সাংস্কৃতিক ইতিহাস, এক সুদীৰ্ঘ ইতিহাস যি ইতিহাসত বৰ্তমান বিভিন্ন জাতি-উপজাতিৰ উত্থান-পতন, বিভিন্ন কৃতি-কৃষ্টি-সংস্কৃতিৰ উদ্ভৱ-বিকাশ, পৰিবৰ্তন-ৰূপান্তৰৰ ইতিহাস। কোনো সমাজৰে সংস্কৃতিৰ ইতিহাসে কোনো কালতে পূৰ্ণাংগ প্ৰাপ্তি লাভ কৰিব নোৱাৰে কিয়নো ই দূৰ দিগন্তলৈ প্ৰসাৰিত। ড০ শৰ্মা ডাঙৰীয়াই আশাসুধীয়া সাধানাৰে এই গ্ৰন্থত ব্যাপক সংস্কৃতিৰ নিখুঁত ছবিখন দিবলৈ চেষ্টা কৰিছে।

প্ৰকাশ ঃ ২০০৯ চন মূল্য ঃ ৫০০.০০ টকা পৃষ্ঠা ঃ ১-৬০০

**কবিতাৰ সবিশেষ**

ইম্‌দাদ উল্লাহ

কবিতা সম্পৰ্কে এখন আলোচনামূলক গ্ৰন্থ। ইয়াত কবিতাৰ সৃষ্টি-ৰহস্য, সংজ্ঞা, ৰূপ আৰু ৰূপান্তৰ, বিষয়-বৈচিত্ৰ্য, আংগিক আদি দিশবোৰ সামৰি ইম্‌দাদ উল্লাহে পুথিখন ৰচনা কৰিছে।

প্ৰকাশ ঃ ১৯৮৩ চন মূল্য ঃ ১২.০০ টকা পৃষ্ঠা ১-১০৭



**অসমৰ লোকনাট্য**

ৰাম গোস্বামী

অসমৰ লোক-নাট্য সম্পৰ্কীয় প্ৰামাণ্য আলোচনা গ্ৰন্থ।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ৩০.০০ টকা পৃষ্ঠা ১-২৫০

**অসমৰ লোক-সংস্কৃতিৰ ৰূপৰেখা**

সংকলক-সম্পাদক ঃ সতীশ চন্দ্ৰ চৌধুৰী

অসম সাহিত্য সভাৰ দ্বাৰা আয়োজিত ১৯৯০ বৰ্ষৰ জনপ্ৰিয় বক্তৃতানুষ্ঠানত প্ৰদান কৰা বক্তৃতাৰ সংকলিত ৰূপ।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ১-১০০

**অসমৰ ওজাপালি**

ড° নবীন চন্দ্ৰ শৰ্মা

১৯৮৯ চনৰ ৩ চেপ্তেম্বৰ তাৰিখে বৰপেটাত আয়োজন কৰা শ্বিলং কলা পৰিষদ স্মাৰক বক্তৃতানুষ্ঠানৰ বক্তা ড° নবীন চন্দ্ৰ শৰ্মাই অসমৰ ওজাপালিৰ ওপৰত প্ৰদান কৰা বক্তব্যৰ পৰা যুগুত কৰা গ্ৰন্থ। সভাৰ উক্ত ন্যাসৰ ধনেৰে এইখন প্ৰকাশ কৰা হয়।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-৮০

**চুটিগল্প**

উদয় দত্ত

চুটিগল্পৰ বিষয়ে তত্ত্বমূলক পুথি। চুটিগল্পৰ গুৰিকথা, ৰূপ-বিচাৰ, প্লট, চৰিত্ৰ আদি বিভিন্ন শিতানত চুটিগল্পৰ কথা আলোচনা কৰা হৈছে।

প্ৰথম প্ৰকাশ ঃ ১৯৭৪ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-৮৬

দ্বিতীয় প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ১২.০০ টকা পৃষ্ঠা ১-৮৬

## জীৱনী

গোবিন্দ প্ৰসাদ শৰ্মা

জীৱনীৰ বিষয়ে এখন তত্ত্বমূলক পুথি। জীৱনীৰ সংজ্ঞা, জীৱনীৰ চিত্ৰ, ইতিহাস আৰু উপন্যাসৰ লগত ইয়াৰ সাদৃশ্য, জীৱনী ৰচনাৰ প্ৰক্ৰিয়া, দোষমুক্ত আৰু দোষযুক্ত জীৱনী, জীৱনীকাৰৰ গুণাৱলী, জীৱনীৰ উপাদান, ব্যক্তিত্বৰ চিত্ৰণ, জীৱনীৰ উৎপত্তি, জীৱনীৰ ক্ৰমবিকাশ, জীৱনীৰ প্ৰকাৰভেদ, জীৱনীৰ সমগোষ্ঠীৰ সাহিত্যিক দিশসমূহ আদি বিভিন্ন শিতানত জীৱনীৰ কথা আলোচনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৭৪ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-৭৬

## নাটক

ড° শৈলেন ভৰালী

নাটকৰ তত্ত্বৰ বিষয়ে লিখা পুথি। নাটকৰ জন্ম, সংজ্ঞা আৰু মূল উপাদান, নাটক আৰু উপন্যাস, নাটকৰ শ্ৰেণীবিভাগ, ট্ৰেজেদিৰ শ্ৰেণীবিভাগ, কমেডিৰ শ্ৰেণীবিভাগ, ট্ৰেজিক কমেডি আৰু মেলোড্ৰামা, কাহিনীৰ গঠন অনুযায়ী নাটকৰ শ্ৰেণীবিভাগ, উপস্থাপনৰ ৰীতি অনুযায়ী নাটকৰ শ্ৰেণীবিভাগ, একাংকিকা, নাটক আৰু ৰংগমঞ্চ, প্ৰাচীন ভাৰতৰ ৰংগমঞ্চ আৰু অভিনয়, আধুনিক অসমীয়া নাটক আদি শিতানত নাটকৰ কথা আলোচনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৭৩ চন মূল্য ঃ ৩.৫০ টকা পৃষ্ঠা ১-১০৪

## অংকীয়া ভাওনা

ড° কেশৱানন্দ দেৱ গোস্বামী

অসম সাহিত্য সভাই শ্বিলং কলা-পৰিষদৰ ন্যাস পুঁজিৰ ভিত্তিত আয়োজন কৰা (গুৱাহাটী, ২৩ আৰু ২৪ জানুৱাৰী, ১৯৮৪) দ্বিতীয়লানি বক্তৃতাৰ গ্ৰন্থৰূপ। এই বক্তৃতাত ড° দেৱ গোস্বামীয়ে অংকীয়া ভাওনাৰ বিষয়ে বিশদভাৱে আলোচনা কৰিছে।

প্ৰকাশ ঃ ১৯৮৪ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-৯০



## চুফী আৰু চুফীবাদ

চৈয়দ আব্দুল মালিক

চুফী আৰু চুফীবাদ পুথিত আদি-আদমৰ পৰা নামি অহা একেশ্বৰবাদী ধৰ্ম বিশ্বাসৰ পৰম্পৰা, কোৰাণৰ ব্যাখ্যাক ভিত্তি কৰি হোৱা বিতৰ্ক আৰু ভিন্নমুখী যুক্তিৰ আলমত উদ্ভৱ হোৱা ভিন্নমতাৱলম্বী গোষ্ঠী, নৈষ্ঠিক ইছলামৰ পুনঃ প্ৰতিষ্ঠা, চুফী আৰু চুফীবাদৰ বা তচ্ওৱফৰ উৎপত্তি, চুফীৰ আদৰ্শ আৰু লক্ষণ, চুফী আন্দোলনৰ আৰম্ভণি, চুফীবাদৰ ওপৰত খৃষ্টান ধৰ্ম, নব্য প্লেটোবাদ, হিন্দু আৰু বৌদ্ধ ধৰ্মৰ ধ্যান-ধাৰণাৰ প্ৰভাৱ, দক্ষিণ, পশ্চিম আৰু উত্তৰ ভাৰতত মুছলমানসকলৰ বসতি, সাধনাৱলী, চুফীসকলৰ আগমন, বংগদেশত চুফী আৰু চুফীবাদ, অসমত চুফীবাদৰ ধাৰা, আজান ফকিৰৰ জিকিৰত চুফী ভাৱাদৰ্শৰ প্ৰতিধ্বনি আদি কথাৰে ইছলামৰ বুকুত জন্মলাভ কৰি চুফীবাদে কিদৰে ভাৱ বিপ্লৱৰ জন্ম দিলে তাক আলোচনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৭৫ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-৮২

## অসমীয়া সংস্কৃতি

হৰিপ্ৰসাদ নেওগ আৰু লীলা গগৈ সম্পাদিত

অসমীয়া সংস্কৃতিৰ বিভিন্ন দিশৰ পৰিচয়জ্ঞাপক পুথি। এই সংকলনৰ প্ৰবন্ধসমূহ হ'ল ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ অসমৰ লোক-সংস্কৃতি আৰু বিহুগীতত অসমীয়া জীৱনৰ চিত্ৰ, কনকলাল বৰুৱাৰ অসমৰ প্ৰাগ ঐতিহাসিক সংস্কৃতি, ৰাজমোহন নাথৰ অসমীয়া স্থাপত্য বিদ্যাৰ পটভূমি, ড° প্ৰতাপ চন্দ্ৰ চৌধুৰীৰ প্ৰাক্-আহোম যুগৰ অসমীয়া সমাজ, ড° মহেশ্বৰ নেওগৰ পুৰণি অসমীয়া চিত্ৰকলা আৰু পুৰণি অসমৰ মন্দিৰ, ড° ভেৰিয়া এলুইনৰ উত্তৰ পূৱ সীমান্তৰ কলা আৰু সংস্কৃতি, ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ অসমীয়া সংস্কৃতিত জনজাতীয় বৰঙণি, ড° সূৰ্য কুমাৰ ভূঞাৰ আহোমসকলৰ শাসন পদ্ধতি, সুৰেশ চন্দ্ৰ গোস্বামীৰ অসমৰ নৃত্য, জ্যোতিপ্ৰসাদ আগৰৱালাৰ অসমীয়া স্থাপত্যৰ নৱৰূপ, বেণুধৰ শৰ্মাৰ হাতেলিখা পুথি, মুক্তিনাথ বৰদলৈৰ উত্তৰ-পূব সীমান্তৰ সংস্কৃতি, মনোৰঞ্জন শাস্ত্ৰীৰ অসমত সংগীত চৰ্চা, সৰ্বানন্দ ৰাজকুমাৰৰ পুৰণি অসমৰ মুদ্ৰা, প্ৰেমধৰ চৌধুৰীৰ অসমৰ অতীত ঐশ্বৰ্য, আব্দুছ ছাত্তাৰৰ অসমীয়া সংস্কৃতি আৰু মুছলমান, ভুৱন সন্দিকৈৰ পুৰণি অসমৰ খেল-ধেমালি, যুগল দাসৰ সত্ৰীয়া চিত্ৰকলা, বীৰেন্দ্ৰ

নাথ দত্তৰ গোৱালপাৰাৰ সংস্কৃতি, ড° ভুবন মোহন দাসৰ জনজাতীয় সংস্কৃতি, ড° সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ অসম আৰু ভাৰত, লীলা গগৈৰ আহোম যুগৰ অসমীয়া সংস্কৃতি, পৰাগ চলিহাৰ সংগীত, যতীন্দ্ৰ নাথ গোস্বামীৰ শংকৰী সংস্কৃতি আৰু শশী শৰ্মাৰ অসমৰ পুতলা নৃত্য আৰু ঢুলীয়াৰ ভাও। পৰিশিষ্টত সংস্কৃতি সম্পৰ্কীয় তিনিটা প্ৰবন্ধ আছে।

প্ৰথম প্ৰকাশ ঃ ১৯৬৬ চন মূল্য ঃ ১২.০০ টকা পৃষ্ঠা ১-৩৮৮
দ্বিতীয় প্ৰকাশ ঃ ১৯৭৫ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ১-৩৬০
চতুৰ্থ প্ৰকাশ ঃ ২০০৩
অসম সাহিত্য সভাৰ হৈ বনলতা- ডিব্ৰুগড়।
মূল্যঃ ৯৫.০০ টকা পৃষ্ঠা ঃ ৬-২৯৩

## শিল্প-আলোচনা

ড° নৰেন কলিতা সম্পাদিত

এই পুথি হ'ল অসমৰ স্থাপত্য, ভাস্কৰ্য আদি কেইটামান বিষয়ৰ ওপৰত লেখা প্ৰবন্ধৰ সংকলন।

প্ৰকাশ ঃ ১৯৮৯ চন মূল্য ঃ ৫০.০০ টকা পৃষ্ঠা ১-৮৬

## সাহিত্য-সমীক্ষা

ড° মহেশ্বৰ নেওগ আৰু হেমন্ত কুমাৰ শৰ্মা সম্পাদিত

সাহিত্যৰ বিভিন্ন বিভাগ সম্পৰ্কে আলোচনামূলক প্ৰবন্ধৰ সংগ্ৰহ। ইয়াৰ প্ৰবন্ধ সম্ভাৰ হ'ল— ৰত্নকান্ত বৰকাকতীৰ সাহিত্যৰ স্বৰূপ, কৃষ্ণকান্ত সন্দিকৈৰ ছক্ৰেটিছৰ মতে কবিৰ প্ৰকৃতি, নলিনীধৰ ভট্টাচাৰ্যৰ কবিতা, হেমন্ত কুমাৰ শৰ্মাৰ কবিতাৰ শ্ৰেণী বিভাগ, ড° বাণীকান্ত কাকতিৰ কথা কবিতা, ড° মহেশ্বৰ নেওগৰ মুক্তক ছন্দ, ৰজনীকান্ত দেৱ শৰ্মাৰ কাব্য, মহাকাব্য আৰু খণ্ডবাক্য, দুৰ্গেশ্বৰ শৰ্মাৰ কবিতাত প্ৰকৃতিৰ স্থান, সত্যপ্ৰসাদ বৰুৱাৰ নাটক ৰচনাৰ মূল উপাদান কেইটিমান, তৰুণ চন্দ্ৰ ভৰালীৰ ট্ৰেজেদি, সুৰেন্দ্ৰ মোহন চৌধুৰীৰ কমেডি, ড° হৰিশ্চন্দ্ৰ ভট্টাচাৰ্যৰ অংকীয়া নাটৰ সপ্তৰস, তাৰিণীকান্ত ভট্টাচাৰ্যৰ কুৰি শতিকাৰ কাব্যিক নাটক, ফণী তালুকদাৰৰ একাংকিকা, যোগেশ দাসৰ উপন্যাস ঃ তিনিটা প্ৰশ্ন, ত্ৰৈলোক্য নাথ গোস্বামীৰ চুটিগল্প, ড° মহেশ্বৰ নেওগৰ নতুন প্ৰবন্ধ, তীৰ্থনাথ



শৰ্মাৰ ৰস, ৰামকৃষ্ণ ওজাৰ অলংকাৰ, ড° উপেন্দ্ৰ নাথ গোস্বামীৰ ৰহস্যবাদ, আমিন খানৰ চুফীবাদ, কমলেশ্বৰ শৰ্মাৰ ক্লাচিচিজিম, ড° প্ৰফুল্ল দত্ত গোস্বামীৰ সাহিত্য আৰু জীৱন, হেম বৰুৱাৰ সাহিত্যৰ উদ্দেশ্যধৰ্মিতা, ৰায়হান শ্বাহৰ ব্যক্তিত্ব আৰু প্ৰকাশভংগী আৰু অতুল চন্দ্ৰ বৰুৱাৰ সাহিত্য সমালোচনা।

প্ৰতম প্ৰকাশ ঃ ১৯৬৩ চন মূল্য ঃ ৬.০০ টকা পৃষ্ঠা ১-২৩৪
তৃতীয় প্ৰকাশ- ২০০৩
অসম সাহিত্য সভাৰ হৈ বনলতা, ডিব্ৰুগড়
মূল্যঃ ৭০.০০ টকা পৃষ্ঠা ১৯৯

## সাহিত্য-তত্ত্ব

ড° নৰেন কলিতা সম্পাদিত

সাহিত্য-তত্ত্ব বিষয়ক প্ৰবন্ধৰ সংকলন। ইয়াত লেখকসকল হ'ল— ড° মুকুন্দ মাধৱ শৰ্মা (কবি এজন স্ৰষ্টা), ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য (সাহিত্য-সমালোচনাত মাৰ্ক্সীয় প্ৰভাৱ সমাজবাদী বাস্তৱতা), ড° কবীন ফুকন (এলিয়টৰ সাহিত্য তত্ত্ব), নীৰেন ঠাকুৰীয়া (এলিয়টৰ সাহিত্য-সমালোচনাৰ এটি পৰিচয়), অৰূপ ৰুদ্ৰ (মেটাফিজিকেল কবিতাৰ প্ৰসংগত টি-এচ-এলিয়ট), উপেন্দ্ৰ নাথ শৰ্মা (আৰেৰবাষ আৰু অনুকৃতি), ড° গোবিন্দ প্ৰসাদ শৰ্মা (সমালোচনা আৰু উপন্যাসৰ সংযুতি), ড° বীৰেন্দ্ৰ নাথ দত্ত (সাধুকথাৰ ৰূপ তত্ত্ব আৰু ভ্লাদিমিৰ প্ৰপ), জ্যোতি প্ৰকাশ তামুলী (অভিজ্ঞাপনা ঃ ভাষা আৰু সাহিত্য), ৰঞ্জিত নাৰায়ণ দেৱ গোস্বামী (সমালোচনাৰ শেহতীয়া ধাৰা ঃ সংযুতিবাদ, উত্তৰ সংযুতিবাদ/নিৰ্গঠন) আৰু আৰাধনা গোস্বামী (নাৰীবাদী সাহিত্য-তত্ত্ব এটি টোকা)।

প্ৰকাশ ঃ ১৯৮৮ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-১৩৭

## অসমৰ ধৰ্মৰ বুৰঞ্জী ঃ আন্ধাৰ আৰু পোহৰ

ড° মহেশ্বৰ নেওগ

ড° নেওগে ১৯৮৭ চনৰ ২৬ আৰু ২৭ চেপ্তেম্বৰ তাৰিখে চন্দ্ৰকান্ত সন্দিকৈ ভৱনত দিয়া 'অসমৰ ধৰ্মৰ বুৰঞ্জী ঃ আন্ধাৰ আৰু পোহৰ' শীৰ্ষক চন্দ্ৰকান্ত বৰপূজাৰী স্মাৰক বক্তৃতাটি পুথিৰ আকাৰে প্ৰকাশ কৰা হৈছে। তেওঁ প্ৰথম বক্তৃতাটিত দ্বাদশ শতিকাত কামৰূপৰ ৰজাসকলৰ ৰাজত্বৰ অৱসানৰ কালৰে পৰা পঞ্চদশ-ষোড়শ

শতিকাত ভক্তি-ধৰ্মৰ বিকাশৰ সময়লৈকে কালছোৱাৰ ধৰ্মৰ অস্পষ্ট ছবিখন দাঙি ধৰিছে। দ্বিতীয় বক্তৃতাত নৱজাগৰণৰ নেতা শংকৰদেৱৰ ভক্তি-ধৰ্মৰ স্বৰূপ আৰু সেই ধৰ্মৰ বিস্তাৰিত সাহিত্যৰ উদ্ভৱ, সংঘ বা সংহতি ভেদ, শাক্ত শৈৱ ধৰ্মৰ পুনঃ প্ৰকাশ-ক্ৰিয়া-প্ৰতিক্ৰিয়া, সাহিত্যত শাক্ত-শৈৱ, প্ৰত্নতাত্ত্বিক প্ৰমাণ, আহোমসকলৰ পূজা-সেৱা আৰু ধৰ্মবিশ্বাস, জনজাতিসকলৰ ধৰ্ম বিশ্বাস, আজিৰ জীৱন্ত বৌদ্ধ ধৰ্ম আৰু ইছলাম ধৰ্মৰ কথা আলোচনা কৰি তেওঁ বক্তৃতাৰ মোখনি মাৰিছে।

প্ৰকাশ ঃ ১৯৮৮ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-৮৯

## অসমৰ নৱ-জাগৰণ ঃ অনা-অসমীয়াৰ ভূমিকা

ড° হেৰম্বকান্ত বৰপূজাৰী

এই পুথিত ড° বৰপূজাৰীয়ে অসমলৈ আমেৰিকাৰ মিছনেৰীসকলৰ আগমনৰ পৰা বঙালীসকলৰ প্ৰভাৱলৈকে অনেক কথা আলোচনা কৰিছে। শিতানসমূহ হ'ল নৱ-জাগৰণৰ আগৰণুৱা, প্ৰগতিৰ পথত ঃ ইংৰাজ বিষয়াসকল, অসমীয়া মুছলমানসকল, মাৰোৱাৰী সম্প্ৰদায়, নৱ জাগৰণঃ বঙলাভাষীসকলৰ অৱদান আৰু উপসংহাৰ। পৰিশিষ্টখনো (ক—ঙ) তথ্যপূৰ্ণ।

প্ৰকাশ ঃ ১৯৮৭ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-৯৫

## অসমীয়া প্ৰাচীন লিপি

সৰ্বেশ্বৰ কটকী

এই পুথিত অসমীয়া লিপিৰ ক্ৰমবিকাশ সম্পৰ্কে বিজ্ঞানসন্মতভাৱে আলোচনা কৰা হৈছে।

প্ৰথম প্ৰকাশ ঃ ১৯৭৯ চন মূল্য ঃ ৭.০০ টকা পৃষ্ঠা ১-২৮

তৃতীয় প্ৰকাশ- ২০০৩

অসম সাহিত্য সভাৰ হৈ বনলতা, ডিব্ৰুগড়

মূল্যঃ ৩৫.০০ টকা পৃষ্ঠা ৪০



## অসমীয়া ভাষা-সাহিত্যলৈ মিছনেৰীসকলৰ অৱদান

ড° বাণীকান্ত শৰ্মা

ড° শৰ্মাই বেপ্‌টিষ্ট মিছনেৰীসকলৰ বৰঙণি সম্পৰ্কে বিস্তৃতভাৱে এই গ্ৰন্থত আলোচনা কৰিছে। ইয়াৰ পাঁচোটা অধ্যায় হ'ল - মিছনেৰীসকলৰ অসম আগমনৰ ইতিহাস, ভাষা-বিবাদৰ কালত মিছনেৰীসকলৰ ভূমিকা, তেওঁলোকৰ প্ৰচেষ্টাত আধুনিক অসমীয়া সাহিত্যৰ সৃষ্টি, তেওঁলোকৰ মৌলিক ৰচনা আৰু সাংবাদিকতা আৰু অৰুণোদই।

প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-৮৩

## অসমীয়া ভাষা আৰু সাহিত্য

অতুল চন্দ্ৰ হাজৰিকা সম্পাদিত

লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত এই গ্ৰন্থত সাহিত্যৰথী বেজবৰুৱাৰ দহোটা প্ৰবন্ধ আৰু দুখন অভিভাষণ আছে। অসম সাহিত্য সভাৰ হৈ এই গ্ৰন্থখন গুৱাহাটীৰ নিউ বুক ষ্টলে প্ৰকাশ কৰে।

প্ৰকাশ ঃ ১৯৬৮ চন মূল্য ঃ ৭.০০ টকা পৃষ্ঠা ১-৩৬২

## আধুনিক অসমীয়া সাহিত্য অভিলেখ

নগেন শইকীয়া সম্পাদিত

অসম সাহিত্য সভাৰ দ্বাৰা আয়োজন কৰা অসমৰ প্ৰথম লেখক শিবিৰৰ (১৯৭৩/৭৪) আলোচনা সম্বলিত গ্ৰন্থ। গ্ৰন্থত শিবিৰৰ আলোচ্য বিষয়সমূহৰ [(১) থলুৱা ভাষাৰ অৱস্থা আৰু সমস্যা, (২) যোৱা পঁচিশ বছৰৰ অসমীয়া কবিতা, (৩) যোৱা পঁচিশ বছৰৰ অসমীয়া চুটিগল্প, (৪) যোৱা পঁচিশ বছৰৰ অসমীয়া উপন্যাস, (৫) যোৱা পঁচিশ বছৰৰ অসমীয়া নাটক, (৬) সমালোচকৰ দায়িত্ব আৰু কৰ্তব্য আৰু (৭) সাহিত্য সৃষ্টি আৰু ৰাষ্ট্ৰীয় পৃষ্ঠপোষকতা] বিতং বিৱৰণৰ উপৰি আব্দুল জেলিলৰ স্বাগত-ভাষণ, হৰেন্দ্ৰ নাথ তালুকদাৰৰ উদ্বোধনী ভাষণ, মুখ্য অতিথি ত্ৰৈলোক্য নাথ গোস্বামী আৰু শৰৎ চন্দ্ৰ সিংহ, সভাপতি অতুল চন্দ্ৰ হাজৰিকা আৰু গিৰিধৰ শৰ্মা, সঞ্চালক ড° মহেশ্বৰ নেওগ আদিৰ ভাষণ আছে।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ১২.০০ টকা পৃষ্ঠা ১-৩২৯

## আধুনিক অসমীয়া কবিতা

ড° চন্দ্ৰ কটকী

এই পুথিখন 'চল্লিশৰ দশকৰ পৰা বৰ্তমানলৈকে (১৯৪০-৭৭) ৰচিত হোৱা অসমীয়া কবিতাৰ এটি সহজ আৰু প্ৰাথমিক আলোচনা।' ড° কটকীয়ে 'সামগ্ৰিকভাৱে এই কালছোৱাৰ কবিসকলক কাব্যকৃতিৰ আভাস' দিবৰ কাৰণে চেষ্টা কৰিছে। পুথিৰ অধ্যায়সমূহ হ'ল (১) আধুনিক অসমীয়া কবিতাৰ বৈশিষ্ট্য, (২) প্ৰগতিবাদী ধাৰা ঃ অমূল্য বৰুৱা আৰু অন্য কেইজনমান, (৩) নব্য সম্প্ৰদায়, (৪) বিভিন্ন কোৰাচ, (৫) সমাজ সচেতন তৰুণ কবিৰ দল, (৬) যোৱা দশকৰ অসমীয়া কবিতাৰ চিত্ৰকল্প আৰু (৭) অসমীয়া কবিতা, দুৰ্বোধ্যতা আৰু পাঠকৰ সমস্যা।

প্ৰথম প্ৰকাশ ঃ ১৯৮০ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ১-২১০

দ্বিতীয় প্ৰকাশ ঃ ১৯৮৯ চন মূল্য ঃ ৩০.০০ টকা পৃষ্ঠা ১-২১০

## আলোচনা চয়নিকা

আব্দুছ ছাত্তাৰ সম্পাদিত

অসম সাহিত্য সভাৰ উদ্যোগত শিৱসাগৰত অনুষ্ঠিত পঞ্চম লেখক শিৱিৰৰ (১৯৭৭) আলোচনা সম্বলিত গ্ৰন্থ। ইয়াত প্ৰথম অধিৱেশনৰ উদ্বোধক ড° আশুতোষ ভট্টাচাৰ্য আৰু অংশগ্ৰহণকাৰী যতীন্দ্ৰ নাথ গোস্বামীৰ অসমীয়া সাহিত্যৰ বুৰঞ্জী প্ৰণয়নৰ ওপৰত ভাষণ, দ্বিতীয় অধিৱেশনৰ (বিষয় - বৰ্তমান স্কুলীয়া পাঠ্যপুথিৰ সমস্যা আৰু মান) অংশগ্ৰহণকাৰীসকল ক্ৰমে দণ্ডেশ্বৰ গগৈ, মহিম চন্দ্ৰ তালুকদাৰ, যতীন্দ্ৰ নাথ গোস্বামী, ড° লক্ষ্মীনন্দন বৰা, তৰুণ চন্দ্ৰ পামেগাম আৰু প্ৰিয়দাস তালুকদাৰৰ ভাষণ সন্নিবিষ্ট কৰা হৈছে। সামৰণিত প্ৰকাশ গোস্বামীৰ 'পঞ্চম লেখক শিৱিৰ ঃ এটি চমু পৰ্যালোচনা' শীৰ্ষক প্ৰবন্ধ সংযোজিত হৈছে।

প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-৮০

## প্ৰত্ন-অসমীয়া ভাষাৰ ৰূপতাত্ত্বিক বিশ্লেষণ

ড° উপেন্দ্ৰ নাথ গোস্বামী

ভাষাতত্ত্ববিদ দেৱানন্দ ভৰালীৰ জন্ম-শতবৰ্ষৰ সোঁৱৰণত ১৯৮৪ চনৰ ২৪ আৰু ২৫ তাৰিখে আয়োজন কৰা বক্তৃতা অনুষ্ঠানত মুখ্য বক্তা ড° গোস্বামীয়ে দিয়া ভাষণ। এই পুথিৰ পৰিশিষ্টত ড° মহেন্দ্ৰ বৰাৰ উদ্বোধনী ভাষণ আৰু দেৱানন্দ ভৰালীৰ জীৱন পৰিচয় অন্তৰ্ভুক্ত কৰা হৈছে।



প্ৰকাশ ঃ ১৯৮৫ চন মূল্য ঃ ৬.০০ টকা পৃষ্ঠা ১-৫৭

## গুৰুচৰিতৰ ইতিকথা

ড° মহেশ্বৰ নেওগ

এই পুথিত ড° নেওগে অসমৰ বৈষ্ণৱ সন্তসকলৰ চৰিত সম্পৰ্কে বিশদভাৱে আলোচনা কৰিছে। তেওঁ ভাৰতীয় সন্ত-চৰিতসমূহৰ এটি আভাস দি গুৰুচৰিতৰ অভ্যুদয় আৰু চৰিত পুথিৰ ৰচনা সম্পৰ্কে বিচাৰ-বিশ্লেষণ আগবঢ়াই 'চৰিতসমূহৰ বৈজ্ঞানিক পুনৰ অধ্যয়ন'ৰ আৱশ্যকতাৰ কথা দোহাৰিছে। তেওঁ পৰিশিষ্টত গোবিন্দ দাসৰ 'সন্ত সম্প্ৰদায়-কথা' নামৰ চৰিতখনো সংযোগ কৰিছে।

প্ৰকাশ ঃ ১৯৮৩ চন মূল্য ঃ ১২.০০ টকা পৃষ্ঠা ১-৮৯/৯১-১১১

## বিংশ শতাব্দীৰ অসমীয়া সাহিত্য

হোমেন বৰগোহাঞি সম্পাদিত

অসম সাহিত্য সভাৰ সোণালী জয়ন্তী উপলক্ষে বিংশ শতাব্দীৰ অসমীয়া সাহিত্যৰ বিভিন্ন দিশৰ ওপৰত লেখা প্ৰবন্ধ সংকলন। পুথিখন দুটা খণ্ডত বিভক্ত আৰু পৰিশিষ্টত অসম সাহিত্য সভা বিষয়ক তিনিটা প্ৰবন্ধ আছে। প্ৰথম খণ্ডত আছে ড° মহেশ্বৰ নেওগৰ পটভূমিঃ ঊনবিংশ শতিকা, বিংশ শতাব্দী ঃ কবিতা - (১) চৈয়দ আব্দুল মালিকৰ ৰোমান্টিক পটভূমি, (২) নলিনীধৰ ভট্টাচাৰ্যৰ আধুনিক যুগ, নগেন শইকীয়াৰ চুটিগল্প, যোগেন চেতিয়াৰ নাটক, ত্ৰৈলোক্যনাথ গোস্বামীৰ আধুনিক অসমীয়া সমালোচক আৰু সমালোচনা, হৰিপ্ৰসাদ নেওগৰ অনুষ্ঠান ঃ আলোচনী ঃ সংবাদপত্ৰ, ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ আধুনিক অসমীয়া গদ্যৰীতি, লীলা গগৈৰ মনোধৰ্মী খুহুতীয়া ৰচনা, যতীন্দ্ৰ নাথ গোস্বামীৰ জীৱনী সাহিত্য আৰু নন্দ তালুকদাৰৰ ভ্ৰমণ সাহিত্য; দ্বিতীয় খণ্ডত আছে হীৰেণ গোঁহাইৰ ডি.এইচ. লৰেন্স আৰু আধুনিক মানৱতা, হোমেন বৰগোহাঞিৰ অৱস্থিতিবাদ আৰু ড° মহেশ্বৰ নেওগৰ নৱন্যাসবাদ আৰু অসমীয়া কবিতা।

প্ৰকাশ ঃ ১৯৬৭ চন মূল্য ঃ ৮.০০ টকা পৃষ্ঠা ১-১৯৬/৩৬/৫১

## অৰুণোদইৰ ধলফাট

ড° বিৰিঞ্চি কুমাৰ বৰুৱা সম্পাদিত

অৰুণোদই পত্ৰিকাৰ প্ৰবন্ধৰ বাছনি। ইয়াত পদ্য, গদ্য, সাঁথৰ আদি সন্নিবিষ্ট কৰা হৈছে। এই পদ্যসমূহ হ'ল - কানিৰ বিৱৰন, তিৰ্থৰ বিৱৰন, ৰংগপুৰ নগৰৰ বৰ্ণন, চাপাখানাৰ বিৱৰন, কলিকতাৰ সুখিয়াতি, গুআহাটিৰ বিৱৰন ইত্যাদি। গদ্যসমূহ হ'ল কাকতি ফৰিঙৰ কথা, গিয়ান, মাউৰ কালত বুৰা দাঙ্গৰিয়াৰ মহাত্মাৰ বিবৰন, কলিকতাৰ পৰা গুআহাটিলৈ ভাপৰ নাও অহা জোআৰ কথা, বলদ গৰুৰ বিবৰন, জাইফলৰ গচ, অনেক দেশৰ সম্বাদ, জাত্ৰা কৰা কথা, গৰগাঁও নগৰৰ কথা, নগঞা দ্ৰোহী লোকৰ চৰিত্ৰ বৰ্ণন, কাচাৰ আৰু অসম দেসত ছাহ ওলোআৰ কথা ইত্যাদি।

প্ৰকাশ ঃ ১৯৬৫ চন মূল্য ঃ ২.৫০ টকা পৃষ্ঠা ১-১৪৬

মুদ্ৰণ ঃ ১৯৯১ চন মূল্য ঃ ২৫.০০ টকা পৃষ্ঠা ১-১৬০

২য় প্ৰকাশ- ২০০৮

সভাৰ হৈ কিৰণ প্ৰকাশন, ধেমাজি

## জাগৰণ আৰু জোনাক

যতীন্দ্ৰ নাথ গোস্বামী

এই পুথিত কলিকতাৰ অসমীয়া ভাষা উন্নতি-সাধিনী সভা আৰু সেই ঠাইৰ পৰা ১৮৮৯ চনত প্ৰকাশিত যুগান্তকাৰী আলোচনী 'জোনাকী'ৰ (লগতে গুৱাহাটীৰ পৰা প্ৰকাশিত জোনাকী) চমু পৰিচয় দিয়া হৈছে। সমসাময়িক আলোচনী 'বিজুলী'ৰো কিছু পৰিচয় দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৮৯ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-৬১

## অসমীয়া লোকগীতি সংগ্ৰহ

অতুল চন্দ্ৰ হাজৰিকা সম্পাদিত

অসমীয়া লোক-গীতৰ সংগ্ৰহখনি আঠোতা খণ্ডত বিভক্ত। প্ৰথম খণ্ডত নিচুকনি গীত, দ্বিতীয় খণ্ডত টোকাৰী গীত, তৃতীয় খণ্ডত গোঁসাই নাম, চতুৰ্থ খণ্ডত আইনাম, পঞ্চম খণ্ডত বাৰমিহলি গীত, ষষ্ঠ খণ্ডত মণিকোঁৱৰৰ গীত, সপ্তম খণ্ডত ফুল কোঁৱৰৰ গীত আৰু অষ্টম খণ্ডত জনা-গাভৰুৰ গীত আছে। গীতৰ সংকলন কৰোঁতা যোগেশ চন্দ্ৰ তামুলী। তেওঁৰ 'নিচুকনি' পোনতে ১৯১৪ চনত ওলায়।

প্ৰকাশ ঃ ১৯৬০ চন মূল্য ঃ ৬.০০ টকা পৃষ্ঠা ১-২১০



## কামৰূপী লোকগীতি-সংগ্ৰহ

ড° হেমন্ত কুমাৰ শৰ্মা সম্পাদিত

অবিভক্ত কামৰূপ জিলাৰ লোকগীতৰ সংগ্ৰহ। ড° শৰ্মাই সংগৃহীত গীতসমূহ তিনি ভাগত ভাগ কৰিছে। প্ৰথম ভাগৰ গীতসমূহ ভক্তিমূলক। যেনে — গোঁসাইৰ নাম, গোপী-কৃষ্ণৰ নাম, আইনাম, সুবচনীৰ নাম, অপেশ্বৰীৰ নাম, চৰাব্ৰতৰ গীত, মনসাৰ নাম ইত্যাদি; দ্বিতীয় ভাগৰ গীতসমূহ জন্ম-সংস্কাৰৰ নাম, যথা-চূড়াকৰণৰ নাম, উপনয়নৰ নাম, শান্তি-বিয়াৰ গীত, বিয়ানাম ইত্যাদি; তৃতীয় ভাগৰ গীতসমূহ কৰ্ম-সংগীত আৰু বিবিধ। যেনে - নিচুকনি গীত, গৰখীয়া-নাম, হাল-বোৱা গীত, মহোহো গীত, বাম্বোলপিটা গীত, বাৰমাহী গীত, মৎস্য-বিবাহৰ গীত, তামোল-চুৰৰ গীত ইত্যাদি। শেষত কঠিন শব্দৰ নিৰ্ঘণ্ট দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৭৮ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ১-২৭৫

## গোৱালপৰীয়া লোক-গীত সংগ্ৰহ

ড° বীৰেন্দ্ৰ নাথ দত্ত

গোৱালপাৰা জিলাৰ লোকগীতৰ সংকলন। গীতসমূহ তলত দিয়াৰ দৰে শ্ৰেণীবদ্ধ কৰা হৈছে - (১) পূজা-পাতলৰ গীত - যেনে মনসা পূজাৰ লগত জড়িত গীত, পদ, কাতি পূজাৰ গীত, বাঁশ-পূজাৰ গীত, হুদুম পূজাৰ গীত, সোণাৰায়ৰ গীত, আইনাম, দক্ষিণপৰীয়া ৰাভাসকলৰ পূজা-পাতলৰ গীত; (২) আধ্যাত্মিক আৰু ভক্তি-ৰসৰ গীত, যেনে - বৈষ্ণৱ ভাৱধাৰাৰ গীত-পদ, আধ্যাত্মিক আৰু ভক্তিৰসৰ অন্যান্য গীত, (৩) বিবিধ উৎসৱ আৰু অনুষ্ঠানৰ গীত, (৪) বিবাহ আদি সামাজিক অনুষ্ঠানৰ গীত, (৫) নিচুকনি আৰু খেল-ধেমালিৰ গীত, (৬) প্ৰেম আৰু আসক্তিৰ গীত, যেনে- ভাৱাইয়া আৰু চট্‌কা, ম'হ-ৰখীয়াৰ গীত, হাতী মাউতৰ গীত আৰু দাহুৰি ৰাভাৰ প্ৰণয় গীত, (৭) বাৰমাহী আৰু মালিতা জাতীয় অন্যান্য গীত, (৮) ৰং-ৰহইচৰ গীত, (৯) বিবিধ গীত, যেনে - নাটকীয় অনুষ্ঠানৰ গীত, কৰ্ম-গীতি আৰু নাচৰ লগত গোৱা গীত আৰু (১০) জনজাতীয়

ভাষাৰ গীত, যেনে- বড়ো ভাষা আৰু ৰাভা ভাষাৰ গীত। পৰিশিষ্টত শব্দাৰ্থৰ নিৰ্ঘন্ট, উপভাষা সম্পৰ্কীয় টোকা আদি দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৭৪ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ১-৩৬৮/১৯

**কথা-ভক্তিৰত্নাকৰ ঃ গোপালচৰণ দ্বিজ**

নবীন চন্দ্ৰ গোস্বামী সম্পাদিত

গোস্বামীয়ে শ্ৰীশংকৰদেৱ বিৰচিত সংস্কৃত ভক্তি-ৰত্নাকৰৰ গোপালচৰণ দ্বিজকৃত গদ্যানুবাদখিনি সম্পাদনা কৰিছে। সম্পাদকে ভূমিকাত গোপালচৰণ দ্বিজৰ সময় আৰু কথা-ভক্তিৰত্নাকৰৰ বিষয়ে বিশদভাৱে আলোচনা কৰিছে।

প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ৬.৫০ টকা পৃষ্ঠা ১-১৪৭

**ৰূপকত্ৰয়ম**

ড° সত্যেন্দ্ৰ নাথ শৰ্মা সম্পাদিত

স্বৰ্গদেৱ শিৱসিংহ আৰু তেওঁৰ ৰাণী প্ৰমথেশ্বৰী আৰু অম্বিকা দেৱীৰ পৃষ্ঠপোষকতাত কবিচন্দ্ৰ দ্বিজৰ কাম-কুমাৰ হৰণ, কমলেশ্বৰ সিংহৰ ৰাজত্বকালত কবি সূৰ্যৰ বিঘ্নেশ-জন্মোদয় আৰু দীন দ্বিজৰ শঙ্খচূড়-বধ (১৮০২ চন) নামৰ তিনিখন সংস্কৃত নাটকৰ সংগ্ৰহ। নাটককেইখন অংকীয়া নাটৰ আৰ্হিত লিখা। নাটৰ সংলাপ আৰু সূত্ৰধাৰৰ কথা সংস্কৃতত, কিন্তু মাজে মাজে অসমীয়া গীতো আছে। কাম-কুমাৰ হৰণৰ বিষয়-বস্তু হৰিবংশ, বিঘ্নেশ-জন্মোদয়ৰ ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ গণপতি খণ্ড আৰু শঙ্খচূড়-বধৰ ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ প্ৰকৃতিখণ্ডৰ পৰা লোৱা হৈছে।

প্ৰকাশ ঃ ১৯৬২ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-১৩৮

**লংকা কাণ্ড**

ড° মহেশ্বৰ নেওগ সম্পাদিত

স্বৰ্গদেৱ কমলেশ্বৰ সিংহৰ ৰাজত্ব কালত পূৰ্ণানন্দ বুঢ়াগোঁহাইৰ আদেশত শ্ৰীকান্ত সূৰ্যবিপ্ৰই তুলসী দাস বিৰচিত ৰামায়ণৰ লংকা-কাণ্ডৰ পদ ভাঙনি কৰে। বিভীষণৰ পৰামৰ্শমতে ইন্দ্ৰজিৎ বধৰ পিছত সুগ্ৰীৱে ইন্দ্ৰৰ মূৰ ৰাখি থোৱা, লক্ষ্মণৰ শৰে ইন্দ্ৰজিতৰ বাহু ঘৰৰ চোতালত পেলোৱা, ইন্দ্ৰজিতৰ ভাৰ্যা সুলোচনাৰ



ইচ্ছামতে কটা বাহুৰ আঙুলিয়ে কথা লিখা, মন্দোদৰীয়ে সুলোচনাক ৰামৰ ওচৰলৈ যাবলৈ কোৱা, সুলোচনাই স্বামীৰ চিতাত সহমৰণ বৰণ কৰা, মহীৰাৱণ আৰু নৰান্তক বধ - এই সকলো কথা পুথিত সিদ্ধকাক আৰু গৰুড়ৰ কথোপকথনৰূপে উপস্থাপন কৰিছে। অনুবাদকে মহী-ৰাৱণ বধ আৰু নৰান্তক বধৰ কাহিনীত মূলৰ পৰা আঁতৰি গৈছে।

প্ৰকাশ ঃ ১৯৭৫ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-১৩০

**লৱকুশৰ যুদ্ধ**

মহেশ্বৰ নেওগ সম্পাদিত

প্ৰাক্‌বৈষ্ণৱ যুগৰ কবি হৰিবৰ বিপ্ৰৰ লৱকুশৰ যুদ্ধ শ্ৰীশ্ৰীনৰদেৱ গ্ৰন্থাৱলীৰ পঞ্চম গ্ৰন্থ। এই কাব্যত ৰাম-সীতা আদিৰ লংকাৰ পৰা প্ৰত্যাৱৰ্তন, ৰামৰ ৰাজত্ব, ৰাম-সীতাৰ পুংসৱন উৎসৱ, সীতাৰ নিন্দা শ্ৰৱণ আৰু সীতাৰ নিৰ্বাসন, বাল্মীকিৰ আশ্ৰমত সীতাৰ লৱ-কুশৰ জন্ম আৰু তেওঁলোকৰ শিক্ষা, অশ্বমেধ যজ্ঞৰ ঘোঁৰা আটক, কুশ-লৱৰ সৈতে ৰাৱৰণৰ যুদ্ধ আৰু লক্ষ্মণৰ মূৰ্চ্ছা, ৰামৰ কুশ-লৱৰ হাতত পৰাভূত, সীতা ৰণস্থলীলৈ গমন আৰু বিলাপ, বাল্মীকিৰ দ্বাৰা মৃত মূৰ্চ্ছিতক জীৱন দান ইত্যাদিৰ কথা আছে। পদৰ সংখ্যা ৫৯২। ইয়াত ইংৰাজী অসমীয়া পাতনি আৰু শব্দৰ নিৰ্দেশিকা আছে।

প্ৰকাশ ঃ ১৯৫৪ চন মূল্য ঃ ২.০০ টকা পৃষ্ঠা ১-১৩৫

**শ্ৰীদেৱ দামোদৰ চৰিত্ৰ**

শৰৎ চন্দ্ৰ গোস্বামী সম্পাদিত

নীলকণ্ঠ দাস বিৰচিত শ্ৰীশ্ৰীদামোদৰদেৱ চৰিত্ৰ নৰদেৱ গ্ৰন্থাৱলীৰ প্ৰথম গ্ৰন্থ। পুথিত দামোদৰদেৱৰ জন্ম বৃত্তান্ত, বাল্যকাল, শিক্ষা, শঙ্কৰদেৱৰ লগত সাক্ষাৎ, সত্ৰাদি স্থাপন, ধৰ্ম প্ৰচাৰ, ভট্টদেৱৰ সৈতে মিলন, দামোদৰদেৱৰ বেহাৰ গমন, ভট্টদেৱৰ প্ৰয়াণ আদি কথা আছে। পৰিশিষ্টত পাঠান্তৰ দিয়া হৈছে। ইয়াত পদৰ সংখ্যা ৭১৬। পুথিৰ প্ৰচাৰ বন্ধ আছে।

প্ৰকাশ ঃ ১৯২৭ চন মূল্য ঃ চৈধ্য আনা পৃষ্ঠা ১-২০১

**শ্ৰীশ্ৰীবনমালীদেৱ চৰিত**

**ৰমাকান্ত দ্বিজ**

শ্ৰীশ্ৰীবনমালীদেৱ চৰিত নৰদেৱ গ্ৰন্থাৱলীৰ দ্বিতীয় গ্ৰন্থ। চৰিতত বনমালীদেৱৰ বংশ, জন্ম, বাল্যকাল, বংশীগোপালদেৱৰ লগত মিলন, যুৱাকাল, তীৰ্থাদি ভ্ৰমণ, বেহাৰ-বাস, বৈকুণ্ঠপুৰ সত্ৰৰ অধিকাৰ, যাদৱৰায় মূৰ্ত্তি লাভ, বেহাৰ ত্যাগ, জগন্নাথ গমন আৰু ভাটিত সত্ৰ স্থাপন, সৌমাৰ গমন, দক্ষিণপাট সত্ৰৰ দৈনিক জীৱন, কামৰূপৰ তীৰ্থ দৰ্শন, ভুৱন মোহন মূৰ্ত্তি আদি স্থাপন, অচ্যুতানন্দৰায় মূৰ্ত্তি স্থাপন, বনমালীদেৱৰ স্বৰ্গাৰোহণ, গ্ৰন্থাকাৰৰ পৰিচয় আদি কথা আছে। পদৰ সংখ্যা ৪১৬। পুথিৰ শেষত টীকা আছে।

নতুন প্ৰকাশ ঃ ১৯৫৬ চন মূল্য ঃ ০.৭৫ টকা পৃষ্ঠা ১-১০৪

**শ্ৰীশ্ৰীব্ৰহ্মবৈৱৰ্ত পুৰাণ**

বলোৰাম দ্বিজ ঃ দেবেশ্বৰ চলিহা সম্পাদিত

শ্ৰীশ্ৰীব্ৰহ্মবৈৱৰ্তপুৰাণ নৰদেৱ গ্ৰন্থাৱলীৰ তৃতীয় গ্ৰন্থ। উক্ত পুৰাণৰ চাৰিখণ্ডৰ ভিতৰত শ্ৰীকৃষ্ণৰ জন্মখণ্ডহে ইয়াত আছে। এই খণ্ডৰ প্ৰথম ভাগত শ্ৰীকৃষ্ণৰ উপনয়নৰ পৰা আৰম্ভ কৰি ৰুক্মিণীহৰণ পৰ্যন্তহে শ্ৰীকৃষ্ণৰ কথা। ইয়াৰ উপৰি স্বপ্নৰ ফলাফল, ভক্ষাভক্ষদ্ৰব্যবৰ্ণন, প্ৰায়শ্চিত্তৰ বিধান, পাপৰ পৰিচয়, কলিযুগৰ ধৰ্ম ইত্যাদি কথা আছে। শেষৰফালে চন্দ্ৰৰ দ্বাৰা তাৰাৰ সতীত্ব হৰণ আৰু তাৰ বাবে দেৱতাসকলৰ কৌতুহল, বৃন্দাৰ তপস্যা আদি বৰ্ণনা কৰি শ্ৰীকৃষ্ণৰ বিয়োগত ৰাধিকাৰ শোক বৰ্ণনা কৰি পুথিৰ সামৰণি মাৰিছে।

প্ৰকাশ ঃ ১৯৩৩ চন মূল্য ঃ ১.০০ টকা পৃষ্ঠা ১-১২৭

**সাত্বত তন্ত্ৰ**

ভাগৱত মিশ্ৰ

শৰৎ চন্দ্ৰ গোস্বামীৰ দ্বাৰা সম্পাদিত সাত্বত তন্ত্ৰ নৰদেৱ গ্ৰন্থাৱলীৰ চতুৰ্থ গ্ৰন্থ। পুথিখন ৯ টা পটলত বিভক্ত। ইয়াত সৃষ্টি তত্বৰে পৰা আৰম্ভ কৰি গুৰুকথা, শৰণ, গ্ৰহণ, বৈৰাগ্য, অংশ, কলা আদি অৱতাৰ, ভগৱানৰ লক্ষণ, ভক্তিৰ লক্ষণ, ভকতৰ তাৎপৰ্য, শ্ৰী, যশ, ঐশ্বৰ্য আদিৰ বৰ্ণনা, নামৰ মহিমা, সহস্ৰ নাম আদি কথা আছে।

প্ৰকাশ ঃ ১৯৪৩ চন মূল্য ঃ দহ অনা পৃষ্ঠা ১-৯০



**অলকানন্দা**

পদ্মশ্ৰী নলিনীবালা দেৱী বিৰচিত

নলিনীবালা দেৱীৰ স্বৰচিত কবিতাৰ সংকলন। অলকানন্দাৰ কবিতাখিনি গীতিকা আৰু কবিতা এই দুই ভাগত ভগোৱা হৈছে। ইয়াত ১১৪ টা গীত আৰু ৫০ টা কবিতা আছে।

প্ৰকাশ ঃ ১৯৬৭ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-২৫৫

**আনন্দ চন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলী (কবিতা খণ্ড)**

ড° মহেন্দ্ৰ বৰা সম্পাদিত

এই গ্ৰন্থত আনন্দ চন্দ্ৰ আগৰৱালাৰ জিলিকনিৰ (২০ টা কবিতা) আৰু পদুমনিৰ (১১ টা কবিতা) কবিতাসমূহৰ উপৰিও ওপৰঞ্চিত ৯ টা কবিতা আৰু এটা গীত আছে। আগৰৱালাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে এই গ্ৰন্থ প্ৰকাশিত।

প্ৰকাশ ঃ ১৯৭৪ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-৫৫

**নিবেদন**

ড° মহেন্দ্ৰ বৰা ঃ দুৰ্গেশ্বৰ শৰ্মা সম্পাদিত

নিবেদনত প্ৰথিতযশা কবি দুৰ্গেশ্বৰ শৰ্মাৰ ৮৪ টা কবিতা আছে।

প্ৰথম প্ৰকাশ ঃ ১৯২০ চন।

দ্বিতীয় প্ৰকাশ ঃ ১৯৭৮ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-৭৬

**ৰণ-ঝংকাৰ**

অতুল চন্দ্ৰ হাজৰিকা

১৯৬২ চনত চীনে ভাৰত আক্ৰমণ কৰা সময়ত অতুল চন্দ্ৰ হাজৰিকাই ৰচনা কৰা যোল্লটা দেশপ্ৰেমমূলক কবিতাৰ সংগ্ৰহ।

প্ৰকাশ ঃ ১৯৬৩ চন মূল্য ঃ ০.২০ টকা পৃষ্ঠা ১-১৬

ৰণ-নিনাদ

ড° মহেশ্বৰ নেওগ সম্পাদিত

চীনে ভাৰত আক্ৰমণ কৰা উপলক্ষে অম্বিকাগিৰী ৰায় চৌধুৰী, নলিনীবালা দেৱী, পাৰ্বতিপ্ৰসাদ বৰুৱা, মুক্তিনাথ বৰদলৈ, নৰকান্ত বৰুৱা, কেশৰ মহন্ত, ড° ভূপেন্দ্ৰ কুমাৰ হাজৰিকা, নন্দ তালুকদাৰ, নাৰায়ণ বেজবৰুৱা, লক্ষহীৰা দাস, নিৰ্মলপ্ৰভা বৰদলৈ, চৈয়দ আব্দুল মালিক আৰু ৰত্ন ওজা বিৰচিত তেৰটা দেশপ্ৰেমমূলক কবিতাৰ সংকলন।

প্ৰকাশ ঃ ১৯৬২ চন মূল্য ঃ ০.২০ টকা পৃষ্ঠা ১-১৬

শতাব্দীৰ অৰ্ঘ্য

অতুল চন্দ্ৰ হাজৰিকা

একুৰি তেৰটা কবিতাৰ সংগ্ৰহ। ইয়াৰ প্ৰথম থুপিত অসম সাহিত্য সভাই শতবাৰ্ষিকী পালন কৰা যোল্লজন সাহিত্যিকৰ প্ৰতি শ্ৰদ্ধাঞ্জলি, দ্বিতীয় থুপিত শংকৰ, মহাবীৰ, নানক, শিৰাজী আৰু গান্ধীৰ বিষয়ে কবিতা আৰু পৰিশিষ্টত ৯ টা কবিতা আছে।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-১০৪

সংগীত-কোষ

লক্ষ্মীৰাম বৰুৱা ঃ ড° নগেন শইকীয়া সম্পাদিত

এই পুথি ৪২২ টা গীতৰ সংকলন। বেছিভাগ গীতৰে ৰাগ-তাল সংযোগ কৰা হৈছে। ইয়াৰ সাতোটা অধ্যায়ৰ প্ৰথমটোত জাতীয় সংগীত, দ্বিতীয়টোত ধৰ্ম-সংগীত, তৃতীয়ত শোক-সংগীত, চতুৰ্থত প্ৰণয়-সংগীত, পঞ্চমত ৰহস্য-সংগীত, ষষ্ঠত বিবিধ-সংগীত আৰু সপ্তম অধ্যায়ত পুৰণি-সংগীত আছে। এই প্ৰথম ছটা অধ্যায়ৰ গীতিকাৰসকল হ'ল লক্ষ্মীৰাম বৰুৱা, পদ্মনাথ বৰুৱা, ৰজনীকান্ত বৰদলৈ, হেমচন্দ্ৰ গোস্বামী, লক্ষেশ্বৰ শৰ্মা, সিংহদত্ত দেৱ অধিকাৰী, বেনুধৰ ৰাজখোৱা, ৰঘুনাথ চৌধাৰী, কনকলাল বৰুৱা, হৰেশ্বৰ বৰুৱা, বিষয় চন্দ্ৰ বিশ্বাসী, গোপালকৃষ্ণ দে, ভৈৰৱ চন্দ্ৰ বৰুৱা, মাণিক চন্দ্ৰ হাজৰিকা, নবীন চন্দ্ৰ বৰদলৈ,



লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতী, ৰত্নধৰ বৰুৱা, নীলমণি ফুকন, যতীন্দ্ৰনাথ দুৱৰা, সত্যনাথ বৰুৱা, চন্দ্ৰধৰ বৰুৱা, দুৰ্গেশ্বৰ শৰ্মা, দুৰ্গাপ্ৰসাদ দত্ত, সদানন্দ দুৱৰা, ৰামেশ্বৰ বৰুৱা, দেবেশ্বৰ চলিহা ইত্যাদি। এই পুথি পোনতে ১৯০৯ চনত প্ৰকাশ হয়।

প্ৰকাশ ঃ ১৯৮৬ চন মূল্য ঃ ৩৫.০০ টকা পৃষ্ঠা ১-৩৭৪

কামিনীকান্তৰ চৰিত্ৰ

ড° প্ৰফুল্ল দত্ত গোস্বামী সম্পাদিত

এ. কে. গাৰ্নী বিৰচিত কামিনীকান্তৰ চৰিত্ৰ পোনতে ১৮৭৭ চনত প্ৰকাশ হয়। ৰামচন্দ্ৰ চট্টোপাধ্যায়ৰ নুমলীয়া পুত্ৰ কামিনীকান্তই খ্ৰীষ্টধৰ্ম গ্ৰহণ কৰে আৰু তেওঁ উক্ত ধৰ্মৰ প্ৰতি পত্নী সৰলাৰ অনুৰাগ জন্মায়। প্ৰাসংগিক টোকা সংযোগ কৰা হৈছে। এখন প্ৰচাৰধৰ্মী উপন্যাস।

পুনৰ প্ৰকাশ ঃ ১৯৬০ চন মূল্য ঃ ২.০০ টকা পৃষ্ঠা ১-৫৪

পানিপথ

শৰৎ চন্দ্ৰ গোস্বামী ঃ যতীন্দ্ৰ নাথ গোস্বামী সম্পাদিত

শৰৎ চন্দ্ৰ গোস্বামীৰ একমাত্ৰ উপন্যাস পানিপথ ১৯৩০ চনত প্ৰকাশ হয়। উপন্যাসখন প্ৰসিদ্ধ ঐতিহাসিক ঘটনা (পানিপথৰ যুদ্ধ) অৱলম্বন কৰি ৰচনা কৰা। বাবৰ আৰু সংগ্ৰাম সিংহৰ মাজত সংঘটিত হোৱা ফতেহপুৰ চিক্ৰিৰ যুদ্ধৰ পটভূমিত ইয়াৰ কাহিনী ৰচিত হৈছে। ইব্ৰাহিম লোডী, দৌলত খাঁ, সংগ্ৰাম সিংহ আদিৰ চৰিত্ৰতকৈ হৰলাল, বিমলা আৰু ফিৰোজা বিবিৰ চৰিত্ৰ অধিক আকৰ্ষণীয়।

পুনৰ প্ৰকাশ ঃ ১৯৮৯ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-১৩২

অসমীয়া গল্পগুচ্ছ

সংকলক ঃ ড° মহেশ্বৰ নেওগ, যোগেশ দাস, নাৰায়ণ শৰ্মা

অসমীয়া চুটিগল্পৰ এটি বাচকবনীয়া সংকলন। ভূমিকাত চুটিগল্প সম্পৰ্কে বিশদ আলোচনা আগবঢ়োৱা হৈছে। গ্ৰন্থত সন্নিবিষ্ট গল্পৰ গল্পকাৰসকলৰ গল্পৰ সম্পৰ্কেও আলোচনা কৰিছে। অসমীয়া গল্প সাহিত্যৰ আৰম্ভণি কালৰ পৰা 'ৰামধেনু'ৰ যুগলৈকে গল্পকাৰসকলৰ গল্প এই গ্ৰন্থত সংযোজিত কৰা হৈছে।

প্ৰথম প্ৰকাশ ঃ ১৯৭৮ চন
দ্বিতীয় প্ৰকাশ ঃ ১৯৮৪ চন
তৃতীয় প্ৰকাশ ঃ ১৯৯৭ চন মূল্য ঃ ৪০.০০ টকা পৃষ্ঠা ২৫-২০৫

## কেঁহোকলি

লক্ষ্মীনাথ বেজবৰুৱা ঃ অতুল চন্দ্ৰ হাজৰিকা সম্পাদিত

বেজবৰুৱা-শতবাৰ্ষিকী উপলক্ষে লক্ষ্মীনাথ বেজবৰুৱাৰ যোল্লটা চুটিগল্পৰ সংকলন 'কেঁহোকলি' অতুল চন্দ্ৰ হাজৰিকাই যুগুত কৰে আৰু অসম সাহিত্য সভাৰ হৈ গুৱাহাটীৰ মণি-মাণিক প্ৰকাশে প্ৰকাশ কৰে। গল্পসমূহ হ'ল কেঁহোকলি, মুক্তি, শিৱসাগৰ, বিহু, জুৰমন, ৰাইডঙীয়া, মাউৱা, ৰছিত, ললিত কাকতী, বাৰী-চোৰা, পাত-মূগী, ছাইমন, শ্বন, মাৰ্জাৰী, মগনিয়াৰ বুঢ়া, দচমন্তৰ আৰু ভৈৰা।

প্ৰকাশ ঃ ১৯৬৮ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-২৪৬

## গল্পাঞ্জলি

শৰৎ চন্দ্ৰ গোস্বামী ঃ যতীন্দ্ৰ নাথ গোস্বামী সম্পাদিত

এই পুথিত শৰৎ চন্দ্ৰ গোস্বামীৰ এঘাৰটা চুটিগল্প আছে। সিবোৰ হৈছে দেখাদেখি, তাৰা, ঘুনুচা, সুভ, পখী, নৈৰ দাঁতিত, সন্যাসিনী, অদৃষ্ট, শুপতিৰ বিয়া, পুনৰ্জন্ম আৰু মালিনী। শৰৎচন্দ্ৰৰ জন্ম শতবাৰ্ষিকী উপলক্ষে পুনৰ্মুদ্ৰণ।

প্ৰকাশ ঃ ১৯৮৭ চন মূল্য ঃ ৮.০০ টকা পৃষ্ঠা ১-৪৮

## নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ গল্প

হেমন্ত কুমাৰ শৰ্মা সম্পাদিত

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি নগেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে ১৯২৯ চনৰ পৰা ১৯৩৭ চনৰ ভিতৰত লেখা দহোটা চুটিগল্পৰ সংকলন। এই গল্পসমূহ হ'ল উছৰ্গা, দুটিৰামৰ সংসাৰ, পোহৰী, ওস্তাদজী, দুৰ্দ্দৈৱ, তামৰ তাবিজ, ধনভঁৰাল, নয়নতাৰা, বিজয়া আৰু মোৰ পৰিণয় কাহিনী। আৰম্ভণিতে ত্ৰৈলোক্যনাথ গোস্বামীৰ চৌধুৰীৰ চুটিগল্প সম্পৰ্কে এটি আলোচনামূলক প্ৰবন্ধ আছে।

প্ৰকাশ ঃ ১৯৬৩ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-১৬২



## ময়না

শৰৎ চন্দ্ৰ গোস্বামী ঃ যতীন্দ্ৰ নাথ গোস্বামী সম্পাদিত

এই গল্পত সংকলনটিত দহোটা চুটিগল্প আছে। সিবোৰ হ'ল ময়না, ব্ৰহ্মপুত্ৰৰ বুকুত, দিল্লীকা-লাড্ডু, বনৰীয়া প্ৰণয়, যাত্ৰী, পৰিচিতা, ৰক্তবীজ, ডাক্তাৰ, নদৰাম আৰু দেৱ-দৰ্শন। গ্ৰন্থখন শৰৎ চন্দ্ৰ গোস্বামীৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত। প্ৰথম প্ৰকাশ ১৯২০ চন।

২য় প্ৰকাশ ঃ ১৯৮৭ চন মূল্য ঃ ১২.০০ টকা পৃষ্ঠা ১-৬০

## সপোন আৰু স্মৃতি

গোবিন্দ চন্দ্ৰ পৈৰা ঃ যোগেশ দাস সম্পাদিত

এই পুথিত আৱাহন যুগৰ গল্পকাৰ গোবিন্দ পৈৰাৰ ছটা চুটিগল্প আছে। দাসে এই সংকলনত তেওঁৰ এটি পৰিচয় দিছে। সংগৃহীত গল্পকেইটা হ'ল সপোন আৰু স্মৃতি, এখনি অবুজ হিয়া, চেনেহৰ টান, নেক্‌লেছ, প্ৰাণৰ বেদনা আৰু মৰমৰ পৰশ।

প্ৰকাশ ঃ ১৯৮৮ চন মূল্য ঃ ১২.০০ টকা পৃষ্ঠা ১-১১৩

## অশান্ত হিমালয় সীমান্তৰ আহ্বান

ড° মহেশ্বৰ নেওগ সম্পাদিত

এই পুথিত আছে ১৯৬২ চনত চীনে ভাৰত আক্ৰমণ কৰাৰ সময়ত সংস্কৃতিঘাতী সংঘাত বন্ধ কৰাৰ আহ্বান। ইয়াৰ প্ৰথম প্ৰবন্ধটো চৈয়দ আব্দুল মালিকৰ; দ্বিতীয়টো লীলা গগৈৰ আৰু তৃতীয়টো ড° মহেশ্বৰ নেওগৰ। শেহত জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'বিশ্ববিজয়ী নৱ জোৱান' গীতটি সংযোগ কৰা হৈছে।

প্ৰকাশ ঃ ১৯৬২ চন মূল্য ঃ ০.৩০ টকা পৃষ্ঠা ১-১৬

## তত্ত্বকথা

অতুল চন্দ্ৰ হাজৰিকা সম্পাদিত

এই গ্ৰন্থখন হ'ল লক্ষ্মীনাথ বেজবৰুৱাই লিখা কিছুমান তত্ত্বমূলক প্ৰবন্ধৰ সংগ্ৰহ। এই প্ৰবন্ধসমূহ তেওঁৰ বাঁহীৰ পৰা সংগৃহীত। সিবোৰ হ'ল— ধৰ্ম আৰু

ঈশ্বৰ তত্ত্ব, সগুণ আৰু নিৰ্গুণ ধৰ্ম-তত্ত্ব, শ্ৰীকৃষ্ণ-তত্ত্ব, বস্ত্ৰহৰণ-তত্ত্ব, ৰাসলীলা-তত্ত্ব, গীতা-তত্ত্ব, কীৰ্তন আৰু ঘোষা-তত্ত্ব, ভক্তি-তত্ত্ব আৰু নাম-ধৰ্ম তত্ত্ব।

প্ৰকাশ ঃ ১৯৬৩ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-১৮৩

**পত্ৰলেখা**

ড° মহেশ্বৰ নেওগ সম্পাদিত

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই বিভিন্ন ব্যক্তি আৰু অনুষ্ঠানৈ লেখা পত্ৰসমূহ আৰু বেজবৰুৱালৈ বিভিন্ন ব্যক্তি আৰু অনুষ্ঠানে লেখা পত্ৰসমূহৰ সংকলন। এই পত্ৰসমূহ হ'ল বেজবৰুৱাই কমলাকান্ত ভট্টচাৰ্য, চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, যতীন্দ্ৰ নাথ দুৱৰা, ডিম্বেশ্বৰ নেওগ, জ্যোতিপ্ৰসাদ আগৰৱালা, ৰোহিণী কুমাৰ বৰুৱা, বিৰিঞ্চি কুমাৰ বৰুৱা, মোহন চন্দ্ৰ মহন্ত, শৈলধৰ ৰাজখোৱা, প্ৰজ্ঞাসুন্দৰী দেৱী, অৰুণা মুখাৰ্জী, সত্যব্ৰত মুখাৰ্জী আদিলৈ লেখা চিঠি। আকৌ কমলাকান্ত ভট্টাচাৰ্য, চন্দ্ৰকুমাৰ আগৰৱালা, কনকলাল বৰুৱা, ঘনশ্যাম বৰুৱা, মাধৱ চন্দ্ৰ বৰদলৈ, ৰজনীকান্ত বৰদলৈ, পদ্মনাথ গোহাঞি বৰুৱা, জ্ঞানদাভিৰাম বৰুৱা, ক্ষীৰোদ চন্দ্ৰ ৰায়, স্বৰ্ণলতা দেৱী, বাণীকান্ত কাকতি, যতীন্দ্ৰ নাথ দুৱৰা, চন্দ্ৰধৰ বৰুৱা, ৰঘুনাথ চৌধাৰী, জ্যোতিপ্ৰসাদ আগৰৱালা, বেণুধৰ শৰ্মা, সত্যব্ৰত মুখাৰ্জী আদিয়ে বেজবৰুৱালৈ লেখা চিঠিও আছে। বেজবৰুৱাক দিয়া অভিনন্দন পত্ৰসমূহো ইয়াত সন্নিবিষ্ট হৈছে।

প্ৰকাশ ঃ ১৯৬৮ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-৩৬৮

**পৱিত্ৰ অসম**

ড° মহেশ্বৰ নেওগ সম্পাদিত

অসমৰ মঠ-মন্দিৰ, তীৰ্থ-পাঠ, সত্ৰ-থান, দৰগাহ, পুৰণি মছজিদ, গুৰুদ্বাৰ, গীৰ্জা আৰু জনজাতীয় পূজা-সেৱাৰ থলী আদিৰ বিৱৰণ সম্বলিত পুথি। ইয়াত উত্তৰ-পূব সীমান্ত অঞ্চল, উত্তৰ লক্ষীমপুৰ, ডিব্ৰুগড়, শিৱসাগৰ, যোৰহাট, গোলাঘাট, উত্তৰ কাছাৰ, মিকিৰ পৰ্বত, নগাঁও, তেজপুৰ, মঙলদৈ, কামৰূপ, গোৱালপাৰা, গাৰোপাহাৰ, খাচীয়া-জয়ন্তীয়া পাহাৰ, কাছাৰ আৰু অসমৰ বাহিৰত



থকা মঠ-মন্দিৰ, পীঠস্থান, দৰগাহ, সত্ৰথান, গুৰুদ্বাৰ, গীৰ্জা, আদিৰ বিৱৰণ দিয়া হৈছে। শেহত ১৬ খন চিত্ৰফলক দিয়া হৈছে।

প্ৰথম প্ৰকাশ ঃ ১৯৬০ চন মূল্য ঃ ১১.০০ টকা পৃষ্ঠা ১-৩৮৫

দ্বিতীয় প্ৰকাশ- ২০০৮

সভাৰ হৈ কিৰণ প্ৰকাশন, ধেমাজি

মূল্য ঃ ১৭০.০০ টকা, পৃষ্ঠা ৪০০

**প্ৰবন্ধ-সঞ্চয়ন**

নগেন শইকীয়া সম্পাদিত

এই গ্ৰন্থ 'অসম সাহিত্য সভা পত্ৰিকা'ৰ চৌত্ৰিশটা বছৰত প্ৰকাশিত প্ৰবন্ধসমূহৰ মাজৰ পৰা বাছি লোৱা পঁচিশটা প্ৰবন্ধৰ সংকলন। সিবোৰ হৈছে হেমচন্দ্ৰ গোস্বামীৰ অসম দেশ আৰু তাৰ অধিবাসী, উপেন্দ্ৰ নাথ গোস্বামীৰ চৰ্যাপদ আৰু অসমীয়া ভাষা, ডিম্বেশ্বৰ নেওগৰ শ্ৰীকৃষ্ণ কীৰ্তনৰ ভাষা, ধৰ্মেশ্বৰ চুতীয়াৰ কালিকা পুৰাণৰ ৰচনাকাল, সত্যেন্দ্ৰ নাথ শৰ্মাৰ পুৰণি অসমত সংস্কৃত চৰ্চাৰ আভাস, বিশ্বনাৰায়ণ শাস্ত্ৰীৰ কুমাৰিল ভট্ট, বিৰিঞ্চি কুমাৰ বৰুৱাৰ অসমত বৌদ্ধ ধৰ্ম, উমাকান্ত মিশ্ৰৰ সপ্তম শতিকাৰ অসমীয়া শিল্পকলা, সৰ্বেশ্বৰ শৰ্মা কটকীৰ অসমৰ শিলালিপি, সূৰ্য কুমাৰ ভূঞাৰ উত্তৰ ভাৰতৰ অনুশাসনত প্ৰাচীন কামৰূপ বুৰঞ্জীৰ আভাস, মহেশ্বৰ নেওগৰ পূব-ভাৰতৰ শাসনাৱলী অধ্যয়নৰ তাৎপৰ্য, ৰবীন দেৱ চৌধুৰীৰ প্ৰাক্-আহোম যুগৰ অসমৰ অভিলেখ, হেৰম্বকান্ত বৰপূজাৰীৰ থল-পৰ্বতৰ সম্বন্ধ, গোলাপ চন্দ্ৰ বৰুৱাৰ আহোম ভাষাৰ শব্দ, লীলা গগৈৰ অসমীয়া বুৰঞ্জী সাহিত্যৰ ভূমিকা, ভূৱন চন্দ্ৰ সন্দিকৈৰ অসমৰ পুৰণি সাজ-পাৰ, ময়িদুল ইছলাম বৰাৰ সোতৰ শতিকাত অসমীয়াৰ ৰণবল, সৰ্বেশ্বৰ ৰাজগুৰুৰ অসমৰ মধ্যযুগৰ প্ৰতিৰক্ষা নীতি, প্ৰতাপ চন্দ্ৰ চৌধুৰীৰ ভাৰতৰ সংশ্লেষিত সংস্কৃতিলৈ অসমৰ দান, প্ৰতাপ চন্দ্ৰ গোস্বামীৰ কোচবিহাৰত অসমীয়া সাহিত্যৰ অনুসন্ধান, চন্দ্ৰধৰ বৰুৱাৰ অসমীয়া যোজনা আদিৰ কথা, শৰৎ চন্দ্ৰ গোস্বামীৰ সাহিত্য সৌষ্ঠৱত কীৰ্তন, গোলোক চন্দ্ৰ গোস্বামীৰ অসমীয়া সাহিত্য আৰু ৰজাঘৰীয়া পৃষ্ঠপোষকতা, মহেন্দ্ৰ বৰাৰ ভাৰতীয় সাহিত্যৰ পটভূমিত অসমীয়া সাহিত্য আৰু বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ সাহিত্যত আধুনিক মূল্যবোধ।

প্ৰকাশ ঃ ১৯৭৮ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ১-৩৫৫

## প্ৰাথমিক অসমীয়া সাহিত্য-চয়ন

প্ৰকাশ গোস্বামী সম্পাদিত

অসম সাহিত্য সভাৰ দ্বাৰা পৰিচালিত অসমীয়া ভাষা-জ্ঞান পৰীক্ষাৰ (অসমীয়া ভিন্ন অন্য ভাষা-ভাষীৰ বাবে) প্ৰাথমিক পৰীক্ষাৰ পাঠ্যপুথি। এইখন গদ্য আৰু পদ্যৰ সংকলন।

প্ৰকাশ ঃ ১৯৭৯ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-১২৪

## বাতৰিৰ বিভূতি

বেনুধৰ শৰ্মা সম্পাদিত

এই পুথি নীলমণি ফুকন সম্পাদিত সাদিনীয়া বাতৰি আৰু 'দৈনিক বাতৰি'ৰ (১৯৩৫-৩৭) কিছুমান বছা বছা সম্পাদকীয়ৰ সংগ্ৰহ। সংগৃহীত সম্পাদকীয়সমূহ হ'ল - ঘূৰণীয়া মেজমেলৰ আৰম্ভণ, ধনৰ সোঁত, ভাৰতৰ নতুন শাসনতন্ত্ৰ গঠন সমিতি, অসম-বিশ্ববিদ্যালয়-দিন, ভাষাৰ ভেঁটিত প্ৰাদেশিক গৱৰ্ণমেন্ট, অসমত ইমিগ্ৰেন্টছ্, অসমৰ স্কুলৰ শিক্ষাৰ বাহন অসমীয়া, অসমীয়া বেহা-বেপাৰ, অসম মৰিলে আমিও মৰিম ইত্যাদি।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-১১১

## বেজবৰুৱাৰ বাণী

হৰিপ্ৰসাদ নেওগ সম্পাদিত

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত। ইয়াত বেজবৰুৱাৰ কবিতা আৰু প্ৰবন্ধৰ উদ্ধৃতি আৰু আঢ়ৈকুৰি নীতি-শিক্ষা সন্নিবিষ্ট কৰা হৈছে।

প্ৰকাশ ঃ ১৯৬৮ চন মূল্য ঃ ০.৫০ টকা পৃষ্ঠা ১-৫৮

## বেজবৰুৱাৰ প্ৰবন্ধ-বাছনি

যতীন্দ্ৰ নাথ গোস্বামী সম্পাদিত

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত। এই পুথি জোনাকী আলোচনী, বাঁহী, আৱাহন, মিলন আদিত প্ৰকাশিত একুৰি



পাঁচোটা প্ৰবন্ধৰ সংগ্ৰহ। এই প্ৰবন্ধসমূহ হ'ল অসমীয়া ভাষা সাহিত্যৰ সাধাৰণ লক্ষণ, দক্ষিণ পশ্চিম ভাৰতত প্ৰচলিত মুখ্য ধৰ্ম গোটাচেৰেক, তত্ত্বকথা, ঈশ্বৰ শ্ৰীকৃষ্ণ, শ্ৰীকৃষ্ণকথা, ভক্তিমাৰ্গ, ৰাসলীলা, মহাপুৰুষীয়া ধৰ্ম, শ্ৰীশংকৰদেৱৰ প্ৰচাৰিত ধৰ্ম, সাকাৰ উপাসনা নে নিৰাকাৰ উপাসনা, জাৰ্মানীৰ ৰাষ্ট্ৰনীতিবিদ, কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন (ঐক্য), বিহু, কৃপাবৰ বৰুৱাৰ ভাৱৰ বুৰবুৰণি (সাহিত্য), কৃপাবৰ বৰবৰুৱাৰ ভাৱৰ বুৰবুৰণিৰ তিনি তত্ত্ব, বৰবৰুৱাৰ ফু, পিতামহ ভীষ্ম ইত্যাদি।

প্ৰকাশ ঃ ১৯৬৮ চন মূল্য ঃ ৭.০০ টকা পৃষ্ঠা ১-২৫৮

## বেজবৰুৱাৰ দিনলেখা (প্ৰথম খণ্ড)

সম্পাদনা ঃ ড° মহেশ্বৰ নেওগ

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে বেজবৰুৱাৰ দিনলেখা (প্ৰথম খণ্ড) প্ৰকাশিত। প্ৰজ্ঞাসুন্দৰী দেৱীয়ে যুগুত কৰা বেজবৰুৱাৰ স্মৃতিলিপি আৰু বেজবৰুৱাৰ নিজস্ব ডায়েৰী (১৮৯৫-১৯০৩) অৱলম্বন কৰি ড° নেওগে এই গ্ৰন্থ সম্পাদনা কৰিছে।

প্ৰকাশ ঃ ১৯৬৯ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-১৮০

## বেজবৰুৱাৰ দিনলেখা (দ্বিতীয় খণ্ড)

সম্পাদনা ঃ ড° মহেশ্বৰ নেওগ

বেজবৰুৱাৰ দিনলেখা দ্বিতীয় খণ্ডত ১৯০৪ চনৰ পৰা ১৯৩৮ চনলৈকে বেজবৰুৱাৰ দিনলিপি গঠিত হৈছে। সংকলক-সম্পাদক ড° নেওগৰ ভূমিকাত অনেক কথা আলোচনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৭৬ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-১৮০

## মাধ্যমিক অসমীয়া সাহিত্য চয়ন

সম্পাদনা ঃ যতীন্দ্ৰ নাথ গোস্বামী

অসম সাহিত্য সভাৰ দ্বাৰা পৰিচালিত অসমীয়া ভাষা-জ্ঞান পৰীক্ষাৰ

(অসমীয়া ভিন্ন অন্য ভাষা-ভাষীৰ বাবে) এইখন মাধ্যমিক পৰীক্ষাৰ পাঠ্যপুথি। এইখন গদ্য আৰু পদ্যৰ সংকলন।

প্ৰকাশ ঃ ১৯৮২ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-১২৪

## যোৱা দুই দশকৰ অসমীয়া সাহিত্য

সংকলক-সম্পাদক ঃ সতীশ চন্দ্ৰ চৌধুৰী

১৯৯০-৯১ চনৰ কাৰ্যনিৰ্বাহকে যোৱা দুই দশকৰ চুটি গল্প, কবিতা, নাটক, সংবাদ সাহিত্য, শিশু সাহিত্যৰ লগতে অসমীয়া কবিতাৰ চমু ইতিবৃত্ত বুজিব পৰাকৈ এলানি বক্তৃতা অনুষ্ঠান সম্পন্ন কৰিছিল। সেই বক্তৃতাসমূহকে 'যোৱা দুই দশকৰ অসমীয়া সাহিত্য' নামেৰে গ্ৰন্থকাৰে প্ৰকাশ কৰা হৈছে। গ্ৰন্থখনিত সন্নিবিষ্ট বক্তৃতা সমূহ হ'ল- প্ৰফুল্ল চন্দ্ৰ বৰাৰ 'যোৱা দুই দশকৰ অসমীয়া চুটিগল্প' যোগেন বায়নৰ 'যোৱা দুই দশকৰ অসমীয়া নাট্য-সাহিত্য' প্ৰীতি বৰুৱাৰ 'যোৱা দুই দশকৰ অসমীয়া শিশু সাহিত্য' আৰু উপেন্দ্ৰ নাথ শৰ্মাৰ 'যোৱা কুৰি বছৰৰ অসমীয়া কবিতা'।

প্ৰকাশ ঃ ১৯৯৩ চন মূল্য ঃ ২৫.০০ টকা পৃষ্ঠা ৫-১৪৪

## নিৰ্বাচিত প্ৰবন্ধ

সংকলক-সম্পাদক ঃ সতীশ চন্দ্ৰ চৌধুৰী

১৯৮৯-৯০ আৰু ১৯৯০-৯১ চনত সভাই আয়োজন কৰা কেইখনমান আলোচনা চক্ৰ আৰু কৰ্মশালাত অসমৰ কেইগৰাকীমান বিশিষ্ঠ লেখক-সাহিত্যিকে আগবঢ়োৱা লিখিত আলোচনাৰ নিৰ্বাচিত সংকলন। সংকলটিত আছে ড° দয়ানন্দ পাঠকৰ 'প্ৰাক্‌স্বাধীনতা যুগৰ অসমীয়া নাটকত অসমৰ জন-জীৱন', ড° পৰাগ কুমাৰ ভট্টাচাৰ্যৰ 'অসমীয়া গীতি- সাহিত্য ঃ অতীত-বৰ্তমান' ড° লক্ষহীৰা দাসৰ 'অসমীয়া গীতি- সাহিত্যত এভূমুকি' নীলিমা দত্তৰ শিশু সাহিত্য ঃ নান্দনিক প্ৰকৃতি আৰু শিক্ষাৰ আহিলা' হোমেন বৰগোহাঞিৰ অসমত কিতাপ প্ৰকাশৰ সমস্যা, উপেন্দ্ৰ নাথ শৰ্মাৰ 'তৰুণ কবিৰ কবিতা' ৰিজু হাজৰিকাৰ 'অসমীয়া হাস্য-ব্যঙ্গ চুটি গল্পৰ চমু বিচাৰ' যোগেন বায়নৰ 'আধুনিক নাটকৰ ক্ৰমবিকাশ',



হেম ভট্টাচাৰ্যৰ 'মঞ্চত আলোক' আৰু ধৰ্মেশ্বৰ কটকীৰ 'শিশু সাহিত্য ঃ নান্দনিক প্ৰকৃতি আৰু শিক্ষাৰ আহিলা।

প্ৰকাশ ঃ ১৯৯৩ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ৭-১৫৪

## নিৰ্বাচিত সাহিত্য নিবন্ধাৱলী

সম্পাদক ঃ ড° ৰামচৰণ ঠাকুৰীয়া

১৯৯০-৯১ বৰ্ষৰ অসম সাহিত্য সভা প্ৰত্ৰিকাত প্ৰকাশিত নিৰ্বাচিত প্ৰবন্ধাৱলীৰ সংকলন। এই গ্ৰন্থত অন্তৰ্ভুক্ত প্ৰবন্ধ সমূহ হ'ল— ড° মুকুন্দ মাধৱ শৰ্মাৰ 'কবি আৰু কবিতা', কবিন ফুকনৰ 'কবিতাত আধুনিকতা আৰু দুৰ্বোধ্যতা', সত্যপ্ৰসাদ বৰুৱাৰ 'অসমীয়া নাটত নতুন তৰঙ্গ ঃ জ্যোতিপ্ৰসাদ', যোগেন চেতিয়াৰ 'অসমীয়া নাটকৰ পৰম্পৰা আৰু আধুনিকতা', ড° লীলাৱতী শইকীয়াৰ 'ভট্টদেৱৰ গদ্যভাষা ঃ প্ৰাচীনত্ব আৰু নতুনত্ব', ড° ৰবীনদেৱ চৌধুৰীৰ 'পুৰাতাত্বিক আবিষ্কাৰ আৰু অসমৰ ইতিহাস', ড° নিশিপদ চৌধুৰীৰ 'ইতিহাস ৰচনাত মুদ্ৰাতত্ব অধ্যয়নৰ আৱশ্যকতা আৰু অসমৰ প্ৰাচীন মুদ্ৰাৰ আভাষ' আৰু ড° নবীন শৰ্মাৰ 'অঙ্কীয়া নাটৰ গদ্যৰীতি'।

প্ৰকাশ ঃ ১৯৯৩ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ৩-১৩৪

## নাট্য প্ৰসঙ্গ

সম্পাদক ঃ ড° ৰামচৰণ ঠাকুৰীয়া

নাটকক সাহিত্যক্ষেত্ৰৰ এক বিশিষ্ট অংগ বুলি গণ্য কৰা হয়। অসম সাহিত্য সভা পত্ৰিকাৰ বিশেষ 'নাট্য চিন্তা' সংখ্যাত প্ৰকাশিত প্ৰবন্ধ ৰাজিৰ লগতে কেইবাটাও নতুন প্ৰবন্ধ সন্নিবিষ্ট কৰি এই গ্ৰন্থ সম্পাদনা কৰা হৈছে। এই গ্ৰন্থত সন্নিবিষ্ট প্ৰবন্ধসমূহ হ'ল— লক্ষ্যধৰ চৌধুৰীৰ 'নাটকৰ জন্ম কাহিনী', ফণী তালুকদাৰৰ 'নাটক নাট্যকাৰ ঃ দৰ্শক অসমীয়া নাটত নতুন তৰংগ', সত্যপ্ৰসাদ বৰুৱাৰ 'জ্যোতিপ্ৰসাদ', যোগেন চেতিয়াৰ 'অসমীয়া নাটকৰ পৰম্পৰা আৰু আধুনিকতা' দয়ানন্দ পাঠকৰ 'আধুনিক অসমীয়া নাটকত ছেক্সপীয়েৰৰ প্ৰসংগ', ড° অমৰজ্যোতি চৌধুৰীৰ 'আধুনিক নাটক ঃ সোঁত সলনিৰ সোঁত', ৰাম গোস্বামীৰ 'ভাৰতৰ নাট্যশাস্ত্ৰ', ড°হেমন্ত কুমাৰ শৰ্মাৰ 'ভাওনাত প্ৰাচীৰ আলোক ব্যৱস্থা আৰু অগ্নিগড়', যোগেন বায়নৰ 'বেৰটোল ব্ৰেখটৰ নাট্যৰীতি, মঞ্চশৈলী আৰু

অভিনয় কৌশল', হেমন্ত দত্তৰ 'অসমৰ ভ্ৰাম্যমাণ থিয়েটাৰ' উত্তম বৰুৱাৰ 'অসম বুৰঞ্জীৰ পটভূমিত অসমীয়া বুৰঞ্জীমূলক নাট্য সাহিত্য', ড° ৰামচৰণ ঠাকুৰীয়াৰ 'অতুল চন্দ্ৰ হাজৰিকাৰ সামাজিক নাট' আৰু ড° নবীন চন্দ্ৰ শৰ্মাৰ 'ওজাপালিত লোকনাট্যৰ সমল'।

প্ৰকাশ ঃ ১৯৯৪ চন    মূল্য ঃ ৩০.০০ টকা    পৃষ্ঠা ৩-১৪৯

**ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলত অসমীয়া ভাষাৰ গুৰুত্ব**

ড° ৰমেশ পাঠক।

অসমৰ সামুহিক বিকাশৰ ক্ষেত্ৰত অসমীয়া ভাষাৰ এক গুৰুত্বপূৰ্ণ ভূমিকা আছে। অসমত বাস কৰা বিভিন্ন জনগোষ্ঠীৰ চিন্তা, প্ৰগতিৰ সাকোঁ স্বৰূপ অসমীয়া ভাষা সংযোগী ভাষা হোৱা উচিত। কিন্তু সভাই এই মত আনৰ ওপৰত জোৰকৈ জাপি দিব নোখোজে। এই বিষয়ে মুকলি আলোচনা হওক এনে গঠনমূলক আশা ৰাখি এই গ্ৰন্থ প্ৰকাশ কৰা হৈছে।

প্ৰকাশ ঃ ১৯৯৫ চন    মূল্য ঃ ১৫.০০ টকা    পৃষ্ঠা ৪-৪০

**অভিধান তত্ত্ব**

ড° বসন্ত কুমাৰ গোস্বামী।

'অভিধান তত্ত্ব' অভিধান প্ৰণয়নৰ তত্ত্ব সম্পৰ্কীয় অসমীয়া ভাষাত এক নতুন আৰু সাহসী প্ৰয়াস। এই গ্ৰন্থত তিনিটি ছেদত অভিধান প্ৰণয়নৰ কাৰিকৰী পৰিচয় দিয়াৰ উপৰিও অসমীয়া অভিধান প্ৰণয়নৰ চমু ইতিহাস ভঙি ধৰিছে।

প্ৰকাশ ঃ ১৯৯৭ চন    মূল্য ঃ ৩০.০০ টকা    পৃষ্ঠা ৬-৭১

**অসমত সংস্কৃত চৰ্চাৰ ইতিহাস**

মালিনী গোস্বামী

প্ৰাচীন কালৰ পৰাই অসমত সংস্কৃত চৰ্চাৰ এটা অনুকূল পৰিবেশ আছিল কিন্তু অনেক কিছু কাৰণত অনেক গ্ৰন্থ লুপ্ত হৈ গ'ল। এই গ্ৰন্থত সেই সকলো গ্ৰন্থ আৰু গ্ৰন্থকাৰক সামৰি লবৰ চেষ্টা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৯৮ চন    মূল্য ঃ ৩০.০০ টকা    পৃষ্ঠা ২-৫৯



**বিজ্ঞান সাহিত্য**

সম্পাদক ঃ ড° প্ৰমোদ চন্দ্ৰ নেওগ

১৯৯৮ চনত সভাই আয়োজন কৰা বিজ্ঞান লেখক কৰ্মশালাৰ লগত সংগতি ৰাখি এই গ্ৰন্থ প্ৰকাশ কৰা হৈছে। সংকলনটিত মুঠ পোন্ধৰটা প্ৰবন্ধ অন্তৰ্ভুক্ত কৰা হৈছে। সন্নিবিষ্ট প্ৰবন্ধ সমূহ হ'ল- 'বিজ্ঞান-সাহিত্য আৰু সমাজ', ড° কুলেন্দু পাঠক, 'অসমীয়া বিজ্ঞান সাহিত্যৰ বিকাশ', শান্তনু তামুলী, 'অসমীয়া বিজ্ঞান সাহিত্যৰ ভাষা' ড° সোণেশ্বৰ শৰ্মা, 'প্ৰাচীন অসমীয়া বিজ্ঞান সাহিত্য', ডিম্বেশ্বৰ চলিহা, 'অসমীয়া লোকবোধ্য বিজ্ঞান সাহিত্য', ড° পৰমানন্দ ৰাজবংশী, 'গঞা ৰাইজৰ বাবে বিজ্ঞান সাহিত্য', ডাঃ নগেন দত্ত, 'আমাৰ আলোচনী, বাতৰি কাকত, অনাতাঁৰ মাধ্যম আদিৰ বিজ্ঞান সাহিত্য', অচলা গোস্বামী, 'বিজ্ঞান জেউতি'ত বিজ্ঞান সাহিত্য', ক্ষীৰধৰ বৰুৱা, 'ছাত্ৰ-ছাত্ৰীৰ উপযোগী বিজ্ঞান সাহিত্য', ড° ৰমেশ চন্দ্ৰ গোস্বামী, 'অসমীয়া বিশ্বকোষত বিজ্ঞান', ৰথীন্দ্ৰ নাথ গোস্বামী, 'অসমীয়া নাট্য সাহিত্যত নৱতম সংযোজনা কল্প বিজ্ঞান নাটক' যোগেন চেতিয়া, 'অসমীয়া শিশুৰ উপযোগী বিজ্ঞান সাহিত্য', ড° বিজয়কৃষ্ণ দেৱ শৰ্মা, 'শিশুৰ বাবে বিজ্ঞান সাহিত্য' বন্দিতা ফুকন, 'কল্প বিজ্ঞান সাহিত্য ঃ হওঁ বাৰু সাহিত্যৰ ভিতৰুৱানে?', ড° দীনেশ চন্দ্ৰ গোস্বামী, 'অসমীয়া কল্প বিজ্ঞান সাহিত্য' ড° এ.কে. জিয়াউদ্দিন আহমেদ।

প্ৰকাশ ঃ ১৯৯৮ চন    মূল্য ঃ ৬৫.০০ টকা    পৃষ্ঠাঃ ১৪৭

**অসমীয়া সংস্কৃতিত ইছলামীয় প্ৰভাব**

ড° মোহিনী কুমাৰ শইকীয়া

এই গ্ৰন্থ 'বিষ্ণুপ্ৰিয়া বৰুৱা স্মাৰক বক্তৃতা'ৰ গ্ৰন্থৰূপ। ইছলামীয় সংস্কৃতিয়ে অসমত প্ৰৱেশ কৰি ইয়াৰ থলুৱা সংস্কৃতিলৈ কেনে অৱদান দিছিল তাৰেই এক সাধাৰণ জৰীপ জাত ধাৰণাৰ কথাকে এই ভাষণৰ বিষয় ৰূপে লৈ আলোচনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৯৮ চন    মূল্য ঃ ২৫.০০ টকা    পৃষ্ঠা ৬৪

**অসমৰ ঢোল বাদ্য**

জয় ওজা

ঢোল বাদ্যৰ ইতিহাস অতি প্ৰাচীন অসমৰ জনসাধাৰণক ঢোল বাদ্য সম্পৰ্কে চমু আভাস দিবলৈ এই পুথি প্ৰস্তুত কৰা হৈছে।

প্ৰথম প্ৰকাশ ঃ ১৯৯৯ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ২-৩৩

**অসমৰ সামাজিক সাংস্কৃতিক ভৱিষ্যত ঃ এটি সমীক্ষা**

যতীন্দ্ৰ কুমাৰ বৰগোহাঞি

সভাৰ পৰম্পৰাগত কাৰ্যসূচী "জাতীয় জাগৰণ দিৱস" (অসম কেশৰী অম্বিকাগিৰী ৰায় চৌধুৰী স্মৃতি দিৱস) উপলক্ষে "অসমৰ সামাজিক সাংস্কৃতিক ভৱিষ্যতঃ এটি সমীক্ষা" শীৰ্ষক বক্তৃতাৰ পৰিমাৰ্জিত ৰূপেই এই গ্ৰন্থ। এটি স্পৰ্শকাতৰ বিষয়ৰ ওপৰত এটি সুন্দৰ আলোচনাৰ এই গ্ৰন্থ।

প্ৰকাশ ঃ ১৯৯৮ চন মূল্য ঃ ৩৫.০০ টকা পৃষ্ঠা ৩-৪৭

**অসমীয়া নাটকত দেশাত্মবোধ**

ফণী তালুকদাৰ

সভাই ১৯৯৭ চনত "অসমীয়া নাটকত" দেশাত্মবোধ শীৰ্ষক বক্তৃতাৰ আয়োজন কৰিছিল কিন্তু দুৰ্ভাগ্যবশতঃ অনুষ্ঠানটি অনুষ্ঠিত নহ'ল। সেই বক্তৃতাৰে গ্ৰন্থৰূপ এই গ্ৰন্থ। অসমীয়া নাট্য সাহিত্যত দেশাত্মবোধৰ বিষয়ে সুকীয়াকৈ আলোচনা হোৱা নাই। এই গ্ৰন্থই অসমীয়া নাটকত দেশাত্মবোধ বিষয়ে চৰ্চা কৰিব খোজা সকলক বাট দেখুৱাব পাৰিব।

প্ৰকাশ ঃ ১৯৯৯ চন মূল্য ঃ ৩০.০০ টকা পৃষ্ঠা ৩-৩৫

**হেমকোষ-স্মৰণ**

সম্পাদক ঃ ড° বসন্ত কুমাৰ গোস্বামী

হেমচন্দ্ৰ বৰুৱাৰ অক্ষয় কৃতী 'হেমকোষ'ৰ এশ বছৰ পূৰ্তি উপলক্ষে এই গ্ৰন্থ প্ৰকাশ কৰা হয়। এই গ্ৰন্থত সন্নিবিষ্ট প্ৰবন্ধ সমূহ হ'ল— 'উনবিংশ শতিকাৰ অসমৰ প্ৰথমাৰ্ধ ঃ এটি ৰূপৰেখা', ড° নগেন শইকীয়া, 'অসমৰ আধুনিকতাৰ অগ্ৰদূতঃ হেমচন্দ্ৰ বৰুৱা', হোমেন বৰগোহাঞি, 'অভিধানিক হেমচন্দ্ৰ বৰুৱা',



বিশ্বেশ্বৰ হাজৰিকা, 'হেমচন্দ্ৰ বৰুৱাৰ ব্যাকৰণৰ বৈশিষ্ট আৰু গুৰুত্ব', ড° লীলাৱতী শইকীয়া বৰা, 'ঊনবিংশ শতিকাৰ অসমীয়া পঢ়াশলীয়া ব্যাকৰণ', ড° বসন্ত কুমাৰ ভট্টাচাৰ্য, 'অসমীয়া ভাষাৰ ভাষা তাত্বিক অধ্যয়নৰ ইতিহাস', ড° বসন্ত কুমাৰ গোস্বামী, 'অসমীয়া বাক্য ৰচনা আৰু অধ্যয়নৰ সমস্যা', অতুল চন্দ্ৰ গোস্বামী, 'ৰূপান্তৰ সৃজনৰ ব্যাকৰণ আৰু অৰ্থতত্ব', ড° ফণীন্দ্ৰ নাৰায়ণ দত্ত বৰুৱা, 'কাৰক সম্পৰ্কে শেহতীয়া ধাৰণা আৰু অসমীয়া কাৰক', ড° মদন শৰ্মা, 'চম্‌স্কিৰ সাৰ্বজনীন ব্যাকৰণ', গৌতম কুমাৰ বৰা, 'ভংগী বিজ্ঞান', নাহেন্দ্ৰ পাদুন, 'ৰেফযুক্ত বৰ্ণৰ দ্বিতবৰ্জন সমীক্ষা', ড° গোলোক গোস্বামী, 'নিৰুক্ত আৰু অমৰকোষ ঃ সংক্ষিপ্ত পৰিচিতি', ড° মালিনী গোস্বামী, 'ৰবিন্সন আৰু ব্ৰাউনৰ ব্যাকৰণ ঃ লক্ষ্য আৰু উদ্দেশ্য' , ড° ভীমকান্ত বৰুৱা।

প্ৰকাশ ঃ ২০০০ চন মূল্য ঃ ৭৫.০০ টকা পৃষ্ঠা ২,১৯০,২৯

**সাম্প্ৰতিক তৰুণৰ কবিতা**

স ম্পাদনা ঃ ৰবীন্দ্ৰ বৰা

অসম সাহিত্য সভাৰ ১৯৯৯-২০০১ বৰ্ষৰ প্ৰকাশন আঁচনিৰ অন্তৰ্ভুক্ত গ্ৰন্থ তৰুণ কবিৰ কবিতা। স্বাধীনতাৰ উত্তৰ কালৰ পঞ্চাছ জন কবিৰ কবিতা ইয়াত অন্তৰ্ভুক্ত কৰা হৈছে। সম্পাদক বৰাদেৱে তৰুণ কবি সকলৰ কাব্য ভাৱনাৰ বিশ্লেষণ সহ এটি সুদীৰ্ঘ পাতনি সন্নিবিষ্ট কৰিছে।

প্ৰকাশ ঃ ২০০১ চন মূল্য ঃ ৬০.০০ টকা পৃষ্ঠা ২৪-১৩৩

**চৰ চাপৰিৰ সমাজ সমীক্ষা**

সম্পাদক ঃ ইছমাইল হুছেইন

২০০০ চনৰ ১১ আৰু ১২ ফেব্ৰুৱাৰীত "অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ সমৃদ্ধি সাধনত চৰ-চাপৰিবাসীৰ ভূমিকা আৰু কৰ্তব্য" আৰু "অসমৰ জাতীয় জীৱনৰ সমৃদ্ধি সাধনত চৰ-চাপৰিবাসীৰ ভূমিকা আৰু কৰ্তব্য" শীৰ্ষক দুলানি আলোচনা চক্ৰ অনুষ্ঠিত হয়। সেই আলোচনা চক্ৰৰে গ্ৰন্থৰূপ এই গ্ৰন্থ।

প্ৰকাশ ঃ ২০০১ চন, মূল্য ঃ ৪০.০০ টকা, পৃষ্ঠা ১৩৮

## নাটকৰ ব্যৱহাৰিক দিশ

সম্পাদনা ঃ ড° জগদীশ পাটগিৰী, ড° অখিল চক্ৰৱৰ্তী

এই গ্ৰন্থত সন্নিবিষ্ট প্ৰবন্ধ সমূহ হ'ল ঃ 'নাট্যকলা' - ড° শৈলেন ভৰালী, 'মঞ্চ চিন্তা'- অমৰ শৰ্মা, 'অভিনয়ৰ আদিপাঠ'- ড° অখিল চক্ৰৱৰ্ত্তী, 'বিষয়ঃ অভিনয়'- তপন দাস, 'মুকাভিনয়'- মইনুল হক, 'শৰীৰত কণ্ঠস্বৰৰ অনুৰণন আৰু ইয়াৰ প্ৰয়োগ শৈলী'- ভূপেন চক্ৰৱৰ্তী, 'নাটকঃ সাজ-সজ্জা অলংকৰণ আদি'- ৰাম গোস্বামী, 'নাটকৰ সংগীতৰ প্ৰসংগত' - ড° অনিল শইকীয়া, 'পৰিচালনা ঃ নাট্য'- হেম ভট্টাচাৰ্য্য, 'নাট পৰিচালক আৰু আধুনিক থিয়েটাৰ'- ভৃগুপতি হাজৰিকা, 'নাট্যকৰ্মীৰ অনুপ্ৰেৰণাৰ উৎসঃ ভাৰতৰ নাট্যশাস্ত্ৰ'- যোগেন চেতিয়া, 'লোকনাট্য আৰু অসমীয়া নাটক'- ড° জগদীশ পাটগিৰী, 'জাৰ্মান নাট্যকাৰ বেৰটোল্ট ব্ৰেখ্‌টৰ অপূৰ্ব সৃষ্টি 'এপিক থিয়েটাৰ' - ড° যোগেন বায়ন, 'প্ৰত্যাহ্বানৰ সম্মুখত মঞ্চাভিনয়'- ড° প্ৰহ্লাদ বৰুৱা, 'বাটৰ নাট আৰু বিভ্ৰান্তি'- ড° সীতানাথ লহকৰ, 'মঞ্চবিহীন নাট পৰিবেশনাত পৰীক্ষা'- নয়ন প্ৰসাদ।

প্ৰকাশ ঃ ২০০৫ চন মূল্য ঃ ১৫০.০০ টকা পৃষ্ঠা ১৬৮

## আধুনিক অসমীয়া নাট্য সম্ভাৰ

সম্পাদনা ঃ ড° জগদীশ পাটগিৰী

আধুনিক অসমীয়া নাটৰ সংকলন। মুঠ ত্ৰিশখন নাটকৰে সমৃদ্ধ এই সংকলন। বৰ্তমান সময়ৰ প্ৰায় সকলো নাট্যকাৰৰ নাটক এই সংকলনত সোমাইছে। অন্তৰ্ভুক্ত নাটক সমূহ হ'ল ঃ 'অনৰ্থম্'- শচীন দাস, 'অমৃত, গৰল আৰু অন্যান্য'- গিয়াছুদ্দিন আহমেদ, 'আজি'- অৰুণ গোস্বামী, 'আশ্ৰয়'- ডাঃ দিলীপ কুমাৰ বৰুৱা, 'এজন ৰজা আছিল'- অখিল চক্ৰৱৰ্তী, 'এজাক জোনাকীৰ জিলমিল'- ড° ভৱেন্দ্ৰ নাথ শইকীয়া, 'কল্যাণ খৰমান'- সপোনজ্যোতি ঠাকুৰ, 'কুলধৰ চেতিয়া বুঢ়া হ'ল'- হেমন্ত বৰপাত্ৰ গোঁহাই, 'ক্ৰান্তিকালৰ গদ্য'- ভূপেন গোস্বামী, 'গোমধৰ কোঁৱৰ'- সুৰেণ ভাগৱতী, 'ঢৌ'- দিলীপ কুমাৰ শৰ্মা, 'ছাহজাদী'- ড° দীনেশ শৰ্মা, 'জন্ম'- মহেন্দ্ৰ বৰঠাকুৰ, 'জৰৌৰৌৱা পৰজা'- মুনীন ভূঞা, 'জীৱন কল্লোল'- ড° বসন্ত কুমাৰ ভট্টাচাৰ্য, 'ত্যাগ'- খগেন্দ্ৰ নাথ বৰা, 'ধোৱা'- ৰফিকুল হুছেইন, 'নতুন দিগন্ত'



যোগেন বায়ন, 'নায়িকা নাট্যকাৰ'- সত্য প্ৰসাদ বৰুৱা, 'বতৰৰ বাতৰি'- হৰেন্দ্ৰ নাথ বৰঠাকুৰ, 'বৰ মানুহৰ দোলা'- উত্তম বৰুৱা, 'বায়নৰ খোল'- যুগল দাস, 'বাঃ ৰে বাঃ ৰে বাঃ' - অসীম কুমাৰ শৰ্মা, 'মহাৰাজা'- সতীশ ভট্টাচাৰ্য, 'মাদল'- ৰাম গোস্বামী, 'লুইত কন্যা'- কৰুণা ডেকা, 'নিবাৰণ ভট্টাচাৰ্য্য'- অৰুণ শৰ্মা, 'শ্ৰীকৃষ্ণ অৰ্জুন আৰু গাণ্ডীৱ'- ড° জগদীশ পাটগিৰী,

প্ৰকাশ ঃ ২০০৫ চন মূল্য ঃ ৯০০.০০ টকা পৃষ্ঠা ঃ ১৪-৮৫১

## শৰৎ চন্দ্ৰ গোস্বামীৰ নিৰ্বাচিত প্ৰবন্ধ

শৰৎ চন্দ্ৰ গোস্বামী

সাহিত্যাচাৰ্য যতীন্দ্ৰ নাথ গোস্বামীদেৱে সম্পাদনা কৰা "শৰৎ চন্দ্ৰ গোস্বামী ৰচনাৱলী"ৰ পৰা এই গ্ৰন্থ সংকলন কৰা হৈছে। প্ৰথম আৰু দ্বিতীয়খণ্ডত এই গ্ৰন্থ ভাগ কৰা হৈছে। ৰচনাৱলীৰ সাহিত্যাচাৰ্যৰ পাতনি ইয়াত সন্নিবিষ্ট কৰা হৈছে। প্ৰথম খণ্ডত সাহিত্য সভা সম্পৰ্কীয় আৰু দ্বিতীয় খণ্ডত বিভিন্ন বিষয়ৰ মুঠ ২০ টা প্ৰবন্ধৰে এই গ্ৰন্থ সমৃদ্ধ।

প্ৰকাশ ঃ ২০০৫ চন মূল্য ঃ ১২০.০০ টকা, পৃষ্ঠা ঃ ২৮-১১৫

## শৰৎ চন্দ্ৰ গোস্বামীৰ নিৰ্বাচিত গল্প

শৰৎ চন্দ্ৰ গোস্বামী

সাহিত্যাচাৰ্য যতীন্দ্ৰ নাথ গোস্বামীদেৱে সম্পাদনা কৰা "শৰৎ চন্দ্ৰ গোস্বামী ৰচনাৱলী"ৰ পাতনিৰে সৈতে শৰৎ গোস্বামীৰ ১৪ টা গল্প এই গ্ৰন্থত অন্তৰ্ভুক্ত কৰা হৈছে।

প্ৰকাশ ঃ ২০০৫ চন মূল্য ঃ ৮০.০০ টকা পৃষ্ঠাঃ ৪-৯৩

## অসমীয়া আধুনিক গীতৰ সংগীতকাৰসকল

তফজ্জুল আলি

আধুনিক গীত সম্পৰ্কে এই গ্ৰন্থত আলোচনা কৰা হৈছে। আধুনিক গীতক চাৰিটা স্তৰত ভাগ কৰি- প্ৰতিটো স্তৰৰে সংগীতকাৰ সকলৰ বিষয়ে উপস্থাপন কৰিছে।

প্ৰকাশ ঃ ২০০৫ চন মূল্য ঃ ১০০.০০ টকা পৃষ্ঠাঃ ২-৮৪

**অসমৰ সাংস্কৃতিক ইতিহাস- প্ৰথম খণ্ড**

যতীন্দ্ৰ কুমাৰ বৰগোহাঞি

সাংস্কৃতিক ইতিহাস বুলিলে মানুহৰ জীৱন শৈলীৰ ধাৰাবাহিকতাকে বুজোৱা হয়। অসমলৈ বিভিন্ন জনগোষ্ঠীৰ উপৰিও বিভিন্ন ভাষা-ভাষী আৰু ধৰ্মৰ লোকৰ আগমন হৈছে আৰু গঢ়ি উঠিছে এক অপৰূপ সমন্বয়ৰ সংস্কৃতি। প্ৰাগঐতিহাসিক যুগৰ পৰা ১২২৬ খ্ৰঃ লৈ এই অপৰূপ সংস্কৃতিৰ বিষয়ে বৰগোহাঞিদেৱে অতি সুন্দৰভাৱে এই গ্ৰন্থত আলোচনা কৰিছে।

প্ৰকাশ ঃ ২০০৭ চন মূল্য ঃ ৪০০.০০ টকা পৃষ্ঠাঃ ৩৫৯

**পশ্চিম অসমৰ সাহিত্য সংস্কৃতিৰ গ্ৰন্থ-পঞ্জী**

সম্পাদনা ঃ ড° দ্বিজেন্দ্ৰ নাথ ভকত

পশ্চিম অসম অৰ্থাৎ পুৰণি অবিভক্ত গোৱালপাৰা জিলাৰ ভাষা সাহিত্য-সংস্কৃতিমূলক লেখা সমূহৰ গ্ৰন্থ-পঞ্জী এই গ্ৰন্থ।

প্ৰকাশ ঃ ২০০৭ চন মূল্য ঃ ৮০.০০ টকা পৃষ্ঠা ৬৮

**প্ৰবন্ধ সঞ্চয়ন**

সংকলক ঃ নগেন শইকীয়া

অসম সাহিত্য সভাৰ 'হীৰক জয়ন্তী' উপলক্ষে প্ৰকাশিত। সাহিত্য সভাৰ পত্ৰিকাৰ চৌত্ৰিশটা বছৰৰ প্ৰকাশিত প্ৰবন্ধসমূহৰ মাজৰ পৰা বাছি লোৱা পঁচিশটা প্ৰবন্ধৰ সংকলন। সংকলনটো প্ৰস্তুত কৰোঁতে কেইটিমান নীতি কঠোৰভাৱে পালন কৰিছিল - ১। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ ইতিহাস সম্পৰ্কিত বিষয়ৰ প্ৰবন্ধহে বছা হব। ২। এনে প্ৰবন্ধৰ বাছনিৰ ক্ষেত্ৰটো চোৱা হ'ব যাতে প্ৰবন্ধসমূহ হয় পৰিচয়জ্ঞাপক, নহয় গৱেষণামূলক হয়, যাতে শিক্ষক, গৱেষক-অনুসন্ধিৎসু সকলে বহল অধ্যয়নৰ বাবে পথ আৰু প্ৰেৰণা পাব পাৰে। ৩। প্ৰবন্ধসমূহৰ লেখকতকৈ বিষয়ৰ প্ৰতি চকু ৰাখিহে বছা হ'ব আৰু সজাওতেও ৰচনাৰ সময়ৰ প্ৰতি লক্ষ্য নাৰাখি বিষয়ৰ ঐতিহাসিক ক্ৰমৰ প্ৰতিহে লক্ষ্য ৰাখিবলৈ যত্ন কৰা হ'ব। ৪। একে বিষয়ৰ প্ৰবন্ধৰ ক্ষেত্ৰৰ গুণগত মূল্যৰ ওপৰত গুৰুত্ব দিবলৈ যত্ন কৰা হ'ব; ৫। সাধাৰণভাৱে সাহিত্য, দৰ্শন, ধৰ্ম আদি বিষয়ে লিখা প্ৰবন্ধ অতিশয় মূল্যবান হ'লেও এই সংকলনটিলৈ আনিবলৈ যত্ন কৰা নহ'ব।



প্ৰকাশ ঃ ১৯৭৮ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ১০-৩৩৫

**আমেৰিকান মিছনেৰীসকল আৰু ঊনবিংশ শতিকাৰ অসম**

ড° হেৰম্বকান্ত বৰপূজাৰী

অসমলৈ আমেৰিকান ব্যাপ্তিষ্টসকলৰ অৱদান শীৰ্ষক আলোচনা সন্নিবিষ্ট থকা গ্ৰন্থ।

পুনৰ মুদ্ৰণ ঃ ১৯৯০ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-১০০

**কুশান গান**

আনন্দমোহন ভাগৱতী

সভাৰ দ্বাৰা ১৯৮৯-৯০ বৰ্ষত আয়োজিত শ্বিলং কলা পৰিষদ স্মাৰক বক্তৃতানুষ্ঠানত পঠিত বক্তৃতাৰ সংকলন।

প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-৩০

# সমগ্ৰ ৰচনা প্ৰকাশন

## আনন্দ চন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলী

ড° মহেন্দ্ৰ বৰা আৰু যতীন্দ্ৰ নাথ গোস্বামী সম্পাদিত

আনন্দ চন্দ্ৰ আগৰৱালাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত। কবিতাৰ সংকলয়িতা ড° বৰা আৰু প্ৰবন্ধৰ সংকলয়িতা গোস্বামী। জিলিকনি আৰু পদুমনিৰ কবিতাসমূহৰ উপৰিও ওপৰঞ্চিত ৯ টা কবিতা আৰু এটা গীত সন্নিবিষ্ট কৰা হৈছে। প্ৰবন্ধাৱলীৰ ভিতৰত আছে আগৰৱালাৰ অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ আৰু অসম সাহিত্য সভাৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ, অৰুন্ধতীৰ উপাখ্যান, সীতাৰ বনবাস, অসমত আৰ্যবসতি, অসমৰ পুৰাবৃত্ত, কামৰূপৰ তীৰ্থ বিৱৰণ, সোণৰ অসম, পুৰণি অসম, তেজপুৰৰ পুৰাবৃত্ত, সৃষ্টিতত্ত্ব, কৰ্মফল তত্ত্ব, পৰলোক তত্ত্ব, অসমীয়া ভাষাৰ প্ৰকৃতি আৰু বিশিষ্টতা, অসমীয়া সাহিত্যৰ উন্নতিত তেজপুৰীয়াৰ দান, ব্ৰহ্মযাত্ৰীৰ ডায়েৰী ইত্যাদি।

প্ৰকাশ ঃ ১৯৭৪ চন মূল্য ঃ ৫০.০০ টকা পৃষ্ঠা ৫৫-৬৩৯

## সুন্দৰৰ পূজাৰী বিষ্ণুপ্ৰসাদ ৰাভা

ড° প্ৰদীপ ভূঞা সম্পাদিত

অসম সাহিত্য সভাই বিষ্ণুপ্ৰসাদ ৰাভাৰ জন্ম-শতবৰ্ষ উপলক্ষে শিল্পীগৰাকীৰ জীৱন আৰু প্ৰতিভা সম্পৰ্কে প্ৰকাশ কৰা গৱেষণামূলক প্ৰবন্ধ সংকলন।

প্ৰকাশ ঃ ২০০৯ চন মূল্য ঃ -৭৫.০০ টকা পৃষ্ঠা- ১-১১৬

## ক্ষেত্ৰধৰ বৰগোহাঁইৰ প্ৰবন্ধ সংকলন

সংগ্ৰহ আৰু সম্পাদনা ঃ যতীন্দ্ৰ নাথ গোস্বামী

একনিষ্ঠ সাহিত্যসেৱক ক্ষেত্ৰধৰ বৰগোহাঁইৰ বিভিন্ন বিষয়ৰ ওপৰত লিখা ২১ টি প্ৰবন্ধ আৰু ৩ টি অভিভাষণৰ একত্ৰ সংকলন।

প্ৰকাশ ঃ ১৯৮৪ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ঃ ১-১৯৩



## সীতানাথ ব্ৰহ্মচৌধুৰীৰ ৰচনা সম্ভাৰ

সংকলন আৰু সম্পাদনা ঃ সতীশ চন্দ্ৰ চৌধুৰী

অসমৰ জাতীয় জীৱনৰ পুৰোধা পুৰুষ, বৰেণ্য কবি, সাহিত্যিক, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি প্ৰয়াত সীতানাথ ব্ৰহ্মচৌধুৰীৰ জীৱন-বৃত্তিৰ লগতে সমগ্ৰ ৰচনাৱাজিৰ একত্ৰ সংকলন।

প্ৰকাশ ঃ ২০০৯ চন মূল্য ঃ -২০০.০০ টকা পৃষ্ঠা- ১-৩১৯

## কনকলাল বৰুৱা ৰচনাৱলী

নন্দ তালুকদাৰ সম্পাদিত

কনকলাল বৰুৱাৰ জন্ম শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত সমগ্ৰ অসমীয়া ৰচনাৱলী। ইয়াত আছে বৰুৱাৰ অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ (১৯২৪) আৰু অসম সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ সভাপতিৰ অভিভাষণ (১৯৩৭), স্তোত্ৰ, বসন্ত বিদায় আৰু ব্ৰহ্মপুত্ৰ কবিতা, অসমৰ শিল্প, অসমৰ উৎপন্ন বস্তু - কাঠ, ৰেচম, ভুঁইকপৰ উপকাৰিতা, প্ৰাণী-তত্ত্ব, হেমচন্দ্ৰ বৰুৱা সোঁৱৰণী - কথা, বন্ধুবৰ গোঁসাইৰ স্মৃতি, কৌটিল্যৰ সময়ত প্ৰাগজ্যোতিষ, মানৱজাতিৰ সভ্যতা, সহানুভূতি, সংসাৰত সুখ নে দুখ, কামৰূপ সাম্ৰাজ্য, মহাপুৰুষীয়া ধৰ্মমত, বুৰঞ্জীৰ বিবিধ টোকা, ক'বলগীয়া কথা ইত্যাদি।

প্ৰকাশ ঃ ১৯৭৩ চন মূল্য ঃ ৬.০০ টকা পৃষ্ঠা ১-১৭০

## কালিৰাম মেধি ৰচনাৱলী

যতীন্দ্ৰ নাথ গোস্বামী আৰু মুৰাৰিচৰণ দাস সম্পাদিত

কালিৰাম মেধিৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত মেধিৰ ৰচনা সমগ্ৰ। এই সংকলনত আছে তিনিখন ভাষণ (অসম সাহিত্য সভাৰ সভাপতিৰ ভাষণ, শ্ৰীমন্ত শংকৰদেৱৰ পঞ্চাশতম জন্মোৎসৱৰ ৰাজহুৱা সভাৰ ভাষণ আৰু পঞ্চাশততম জন্মোৎসৱৰ নিৰ্দিষ্ট বক্তাৰ ভাষণ), বুৰঞ্জী, সাহিত্য আৰু সংস্কৃতি বিষয়ক একত্ৰিশটা প্ৰবন্ধ, ছটা বৈজ্ঞানিক প্ৰবন্ধ (পৃথিৱী, সূৰ্য, মূল পদাৰ্থ ইত্যাদি), চাৰিখন পুথিৰ পাতনি (প্ৰহ্লাদ চৰিত্ৰ, শ্ৰীশংকৰদেৱ, অংকাৱলী আৰু ৰাজসূয় কাব্য) আৰু সাতোটা সমালোচনা। ওপৰঞ্চিত তিনিটা প্ৰবন্ধ (মাতৃ, কৰ্তব্য আৰু

বন্ধ), কবীৰৰ ভাঙনি, সাঁথৰ আৰু কিছুমান যোজনা, সাঁথৰ, ফকৰা সন্নিবিষ্ট কৰা হৈছে।

প্ৰকাশ ঃ ১৯৭৯ চন    মূল্য ঃ ২৫.০০ টকা    পৃষ্ঠা ১-৪৯৬

**কৃষ্ণকান্ত সন্দিকৈ ৰচনা-সম্ভাৰ**

যতীন্দ্ৰ নাথ গোস্বামী সংকলিত

এই গ্ৰন্থ কৃষ্ণকান্ত সন্দিকৈৰ অসমীয়া ৰচনাৱলীৰ সংকলন। ইয়াত আছে কুৰিটা প্ৰবন্ধ (যেনে- চক্ৰেটিছৰ মতে কবিৰ প্ৰকৃতি, গ্ৰীক নাটকৰ গান, জাৰ্মান সাহিত্যৰ সপোন, নাটক, অনুবাদৰ কথা, ইউৰোপৰ ভাষা আৰু সাহিত্য, ৰুছ অভিনয় ইত্যাদি), দুটা সৰু জীৱনী (ড° সতীশ চন্দ্ৰ বন্দোপাধ্যায়, কালীপ্ৰসাদ চলিহা), দুটা শ্ৰদ্ধাঞ্জলি, চাৰিখন ভাষণ (অসম সাহিত্য সভাৰ সভাপতিৰ ভাষণ, অসম ছাত্ৰ সন্মিলনৰ সভাপতিৰ ভাষণ, যোৰহাট ছাত্ৰ সন্মিলনৰ সভাপতিৰ ভাষণ আৰু অভ্যৰ্থনা সমিতিৰ সম্পাদকৰ ভাষণ), চাৰিটা টোকা, চাৰিটা শিশু-ৰচনা, পুথিৰ চাৰিখন ভূমিকা (অতুল হাজৰিকাৰ শকুন্তলা, নলিনীবালা দেৱীৰ সপোনৰ সুৰ, সন্মিলন প্ৰবন্ধাৱলী, ভৱভূতি আৰু সংস্কৃত সাহিত্যত তেওঁৰ ঠাই), চাৰিটা কবিতা, এঘাৰটা গান আৰু এখন বিশেষ চিঠি। ওপৰঞ্চিত আছে পত্ৰলেখা, সন্দিকৈৰ জীৱন-পঞ্জী আৰু ইংৰাজী ৰচনাৰ পঞ্জী।

প্ৰথম প্ৰকাশ ঃ ১৯৮৪ চন    মূল্য ঃ ৫০.০০ টকা    পৃষ্ঠা ১-২৯০
দ্বিতীয় প্ৰকাশ- ২০০১    মূল্যঃ ১৫০.০০ টকা    পৃষ্ঠা ১-৩৪৫

**চন্দ্ৰধৰ বৰুৱা গ্ৰন্থাৱলী**

প্ৰথম খণ্ড, নগেন শইকীয়া

দ্বিতীয় খণ্ড, যতীন্দ্ৰ নাথ গোস্বামী সম্পাদিত

সাহিত্য-ৰত্ন চন্দ্ৰধৰ বৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত ৰচনা সমগ্ৰ। প্ৰথম খণ্ডত আছে ৰঞ্জন কবিতা পুথি, বিদ্যুৎ-বিকাশ আৰু কামৰূপ জীয়ৰী কাব্য; সংস্কৃত শ্লোকৰ ভাঙনি, মুক্তাৱলী, মেঘনাদ বধ, তিলোত্তমা সম্ভৱ, ৰাজৰ্ষি, পুনৰ্জন্ম, মোগল-বিজয়, আহোম-সন্ধ্যা, ভাগ্য-পৰীক্ষা আৰু বিয়া-বিলৈ নাটক, শান্তি উপন্যাস, উন্নত দেশৰ সকলো কথা উন্নত, জয়ন্তী মিলন, উপাখ্যান নহয় সঁচা আদি গল্প, জিৱণিৰ চিন্তা, গীতাৱলী। দ্বিতীয় খণ্ডত আছে বিভিন্ন সভাৰ সভাপতিৰ ভাষণ (অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ, অসম সংগীত সংঘৰ তৃতীয় বাৰ্ষিক অধিৱেশনৰ সভাপতিৰ অভিভাষণ, সংস্কৃত সঞ্জীৱনী সভাৰ দ্বাদশ বাৰ্ষিক অধিৱেশনৰ সভাপতিৰ অভিভাষণ ইত্যাদি), বিভিন্ন প্ৰবন্ধ (অসমৰ যোজনা আৰু খণ্ডবাক্যৰ বিষয়ে একাষাৰ, বুৰঞ্জীৰ কথা, ৰুদ্ৰসিংহ ৰজাৰ ৰাজ-কায়দা, বিলাতত এভূমুকি ইত্যাদি) আদি।

প্ৰকাশ ঃ ১৯৭৫ চন    মূল্য ঃ ৩৫.০০ টকা    পৃষ্ঠা ১-৫৮৫

**চন্দ্ৰামৃত**

চন্দ্ৰকুমাৰ আগৰৱালা আৰু অতুল চন্দ্ৰ হাজৰিকা সম্পাদিত

চন্দ্ৰকুমাৰ আগৰৱালাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত। ইয়াত আগৰৱালাৰ প্ৰতিমা, বীণ-বৰাগী আৰু অন্যান্য কবিতাৰ উপৰিও গদ্য-ভাগত প্ৰকাশিত ৰচনা আছে।

প্ৰকাশ ঃ ১৯৬৭ চন    মূল্য ঃ ৪.০০ টকা    পৃষ্ঠা ১-১৬৮

**জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী**

সংকলক-সম্পাদক ঃ যোগেন্দ্ৰ নাৰায়ণ ভূএগ

এই গ্ৰন্থ জ্ঞানদাভিৰাম জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত। ইয়াত বৰুৱাৰ ৰচনাসমূহ সাতোটা ভাগত সজোৱা হৈছে। লগতে দিনলেখা আৰু পৰিশিষ্ট সংযোগ কৰা হৈছে। প্ৰথম ভাগত আছে বিলাতৰ চিঠি আৰু কথা, পুৰণি কথা, মোৰ কথা আৰু মোৰ কথাৰ পৰিশিষ্ট, দ্বিতীয় ভাগত ন গৰাকী ব্যক্তিৰ চমু জীৱনী (হৰিনাথ দে, শ্ৰীদামোদৰদেৱ, ৰামানুজন, এফ-আৰ-এছ, বুকাৰ ৱাশ্বিংটন, বেজবৰুৱা ইত্যাদি), তৃতীয় ভাগত সাহিত্য-কথা, চতুৰ্থ ভাগ (ক)ত বৰুৱাৰ দুটা কবিতাৰ উপৰি ২২ টা প্ৰবন্ধ, চতুৰ্থ ভাগ (খ)ত চাৰিখন ভাষণ (অভ্যৰ্থনা সমিতিৰ সভাপতিৰ ভাষণ, কামৰূপ মহিলা সমিতিত পঠিত, নগাঁও মহিলা সমিতিৰ ভাষণ আৰু অসম সাহিত্য সভাৰ সভাপতিৰ ভাষণ), পঞ্চম ভাগত বৰুৱাৰ গ্ৰন্থসমূহ - ভেনিচৰ সাওদ, পঞ্চৰত্ন খ্ৰীষ্টানুসৰণ আৰু দদাইৰ পঁজা, ষষ্ঠ ভাগত তেওঁৰ 'ফক্ টেলচ অব্ আসাম্', সপ্তম ভাগত বৰুৱাই বিভিন্ন লোকলৈ লেখা ১৭ খন চিঠি

(ক) আৰু (খ) ভাগত তেওঁলৈ লিখা ৩ খন চিঠি আৰু সৰিতা সভাৰ অভিনন্দন পত্র। পৰিশিষ্টখন মূল্যবান।

প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ৪০.০০ টকা পৃষ্ঠা ১-৭৯৩

**তৰুণ চন্দ্ৰ পামেগাম ৰচনাৱলী (প্ৰথম খণ্ড)**

ভৃগুমুণি কাগয়ুং সম্পাদিত

এই গ্ৰন্থৰ প্ৰথম খণ্ডত আছে তৰুণ চন্দ্ৰ পামেগামৰ পঁচিশটা কবিতা, পোন্ধৰটা মিচিংগীত, তিনিখন উপন্যাস - পাহাৰ-পুৰী, সমাজৰ শেষ সীমাত আৰু অগ্নিযুগৰ ফিৰিঙতি, ছখন একাংকিকা নাট - সেঁতু পৰাচিত, ফেঁহুজালি, সংকল্প, চোৰ আৰু সন্ধি, সাতত্ৰিশটা মিচিং সাধুকথা, ছটা সিন্ধি সাধু, বাৰটা চুটিগল্প আৰু দুটা আত্মকাহিনী।

প্ৰকাশ ঃ ১৯৮৯ চন মূল্য ঃ ৬০.০০ টকা পৃষ্ঠা ১-২৭৬

**তৰুণ চন্দ্ৰ পামেগাম ৰচনাৱলী (দ্বিতীয় খণ্ড)**

সংকলক-সম্পাদক ঃ ভৃগুমুনি কাগয়ুং

পামেগামদেৱৰ ৰচনাৱলী দ্বিতীয় খণ্ডত বিভিন্ন বিষয়ৰ ওপৰত লিখা ৫৬ টা লিখনী, এখন নাটক, এখন উপন্যাস, তিনিটা ভাষণ সন্নিবিষ্ট হৈছে।

প্ৰকাশ ঃ ২০০৫ চন মূল্য ঃ ২৫০.০০ টকা পৃষ্ঠাঃ ৩৩৬

**দুৰ্গেশ্বৰ শৰ্মা ৰচনাৱলী (প্ৰথম ভাগ)**

ড° মহেন্দ্ৰ বৰা সম্পাদিত

এই গ্ৰন্থৰ কবিতা খণ্ডত কবি-নাট্যকাৰ দুৰ্গেশ্বৰ শৰ্মাৰ 'অঞ্জলি' আৰু 'নিৱেদন'ৰ উপৰিও 'উপাসনা' (সিঁচৰতি হৈ থকা কবিতাৰ সংকলন) নামৰ আন এখন কবিতাপুথি গঠিত হৈছে; নাটক খণ্ডত পাৰ্থ পৰাজয়, বালী বধ আৰু চন্দ্ৰাৱলীৰ উপৰিও 'পদ্মাৱতী' নামৰ এখন নাটক সন্নিবিষ্ট হৈছে। পৰিশিষ্টত ৰঘুনাথ চৌধাৰীৰ 'কেতেকী' (প্ৰথম তাঙৰণ, ১৯১৭) সন্নিবিষ্ট শৰ্মাৰ পাতনি, শৰ্মাৰ আন এটা প্ৰবন্ধ আৰু স্মৰণীয় ঘটনা-সূচী এখন আছে।

প্ৰকাশ ঃ ১৯৭৮ চন মূল্য ঃ ২৫.০০ টকা পৃষ্ঠা ১-৫২৮



**পাৰ্বতি প্ৰসাদ বৰুৱা ৰচনাৱলী**

প্ৰথম আৰু দ্বিতীয়ৰ সংস্কৰণৰ সম্পাদনা ঃ পবনাথ শৰ্মা

তৃতীয় সংস্কৰণৰ সম্পাদক ঃ ড° প্ৰকাশ গোস্বামী

এই গ্ৰন্থত পাৰ্বতি প্ৰসাদৰ ৰচনা সমগ্ৰ সন্নিবিষ্ট কৰা হৈছে। ইয়াৰ প্ৰথম ভাগত কবিতা, গীত আৰু সুৰীয়া নাট আছে। সিবোৰ হৈছে ভঙা টোকাৰীৰ সুৰ, খেল ভঙা খেল, গুণগুণনি, লুইতী, শুকুলা ডাৱৰ ঐ কঁহুৱা ফুল, ময়াপী, মৌ টোকাৰী (অপ্ৰকাশিত), লখিমী (গীতি-নাট), সোণৰ সোলেঙ (সুৰীয়া নাট), আৰু পাৰ্বতি-সংগীত সুৰ চানেকি। দ্বিতীয়ভাগ হ'ল গদ্য ৰচনা। এই খণ্ডত আছে অসম সাহিত্য সভাৰ সাংস্কৃতিক সন্মিলনৰ সভাপতিৰ অভিভাষণ (১৯৬১), সমাধান (১৯৬১), ৰূপকোঁৱৰৰ কথা, শিল্প সম্পৰ্কে একেষাৰ, বিদায় সম্বৰ্ধনাৰ প্ৰত্যুত্তৰ আৰু জোনাকী মেল। পৰিশিষ্টত পাৰ্বতি প্ৰসাদ বৰুৱা আৰু বিনন্দ চন্দ্ৰ বৰুৱাৰ যুটীয়া কবিতা এতিয়া আৰু তেতিয়া, তিনিখন পাতনি আৰু কবিৰ হস্তাক্ষৰ।

প্ৰথম প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-৩৬৩

দ্বিতীয় প্ৰকাশ ঃ ১৯৮৯ চন মূল্য ঃ ৪৫.০০ টকা পৃষ্ঠা ১-৩৬৩

তৃতীয় সংস্কৰণ ঃ ২০০০ চন মূল্য ঃ ৯০.০০ টকা পৃষ্ঠা ৩৯০

**মজিন্দাৰ বৰুৱা ৰচনাৱলী**

যোগেন্দ্ৰ নাৰায়ণ ভূএগ্ৰা সম্পাদিত

এই গ্ৰন্থ হৈছে দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ ৰচনাৰ সংকলন। ইয়াত আছে দুৰ্গাপ্ৰসাদৰ ল'ৰা-কবিতা, উজু কবিতা, প্ৰাকৃতিক চিকিৎসা, (প্ৰথম ছোৱা আৰু দ্বিতীয় ছোৱা), স্বাস্থ্য-পাঠ, মহৰী, গুৰু-দক্ষিণা, কলিযুগ, বৃষকেতু, হৰিনাথৰ সংসাৰ, জ্ঞান-মঞ্জৰী আৰু সানমিহলি।

প্ৰকাশ ঃ ১৯৮৮ চন মূল্য ঃ ৬০.০০ টকা পৃষ্ঠা ১-৩৮৪

**মফিজুদ্দিন আহমদ হাজৰিকা ৰচনাৱলী**

আব্দুছ ছাত্তাৰ সম্পাদিত

মফিজুদ্দিন আহমদ হাজৰিকাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত ৰচনা-সমগ্ৰ। ইয়াৰ কবিতা-ভাগত আছে জ্ঞান-মালিনী, তত্ত্ব-পাৰিজাত (মাজ নিশাৰ মই, চিতনি, বুঢ়া মাজী আৰু ভগা নাও, সময় জ্ঞান আৰু বাটৰুৱা), সানমিহলি

(অসমীয়া, মিলন-সংগীত আৰু ভূঁই-কঁপ) আৰু গদ্য-ভাগত সভাপতিৰ অভিভাষণ দুখন (অসম সাহিত্য সভা আৰু শিৱসাগৰ ছাত্ৰ সভা), সম্পাদক হিচাপে লিখা হাজৰিকাৰ জীৱন পৰিচিতি আৰু কবি হাজৰিকাৰ কৰ্মময় জীৱনৰ বিভিন্ন কাৰ্যসূচীৰ সংযোজন।

প্ৰকাশ ঃ ১৯৭৩ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-১৫০

**ৰজনীকান্ত বৰদলৈ ৰচনামালা**

হেমন্ত কুমাৰ শৰ্মা সম্পাদিত

ঔপন্যাসিক ৰজনীকান্ত বৰদলৈৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত ৰচনাসংগ্ৰহ। এই সংগ্ৰহত ৰাধা-ৰুক্মিণীৰ বৰণ, খাম্বা-থোইবীৰ সাধু কথা আৰু ভোলাই শৰ্মাৰ উপৰিও বিবিধ প্ৰবন্ধ আছে। যেনে- মোৰ সাহিত্যিক জীৱনৰ অতীত কাহিনী, বেজবৰুৱাৰ সোঁৱৰণীত, অসমত উপন্যাসৰ সঁজুলি, শৰৎ চট্টোপাধ্যায়ৰ উপন্যাসাৱলী, চিন্তা-তৰংগ, চেতন প্ৰাণী আৰু উদ্ভিদৰ পাৰ্থক্য কি, অসমীয়াৰ প্ৰাণৰ স্পন্দন, সত্যানুসন্ধান ইত্যাদি।

প্ৰকাশ ঃ ১৯৬৭ চন মূল্য ঃ ৮.০০ টকা পৃষ্ঠা ১-২৮৯

**ৰঘুনাথ চৌধাৰী ৰচনাৱলী**

অতুল চন্দ্ৰ বৰুৱা সম্পাদিত

এই গ্ৰন্থত আছে চৌধাৰীৰ কবিতা পুথি সাদৰী, কেতেকী, কাৰবালা, দহিকতৰা, মনাই বৰাগী, লেছেৰি-বোটলা, কবিতাৱলী, নৱমল্লিকা, বন্দী-জীৱন, পচতীয়া, অসম সাহিত্য সভাৰ যোড়শ অধিৱেশনৰ (তেজপুৰ, ১৯৩৬) সভাপতিৰ অভিভাষণ, বিবিধ ৰচনা, হেমকোষৰ পৰিশিষ্ট আৰু ওপৰঞ্চি।

প্ৰকাশ ঃ ১৯৮০ চন মূল্য ঃ ৩০.০০ টকা পৃষ্ঠা ১-৭০২

**শৰৎ চন্দ্ৰ গোস্বামী ৰচনাৱলী**

যতীন্দ্ৰ নাথ গোস্বামী সম্পাদিত

এই গ্ৰন্থৰ প্ৰথম খণ্ডত আছে শৰৎচন্দ্ৰৰ চুটিগল্প, উপন্যাস (পানিপথ), নাটক, কবিতা, ব্যংগ কবিতা আৰু গীত। চুটি গল্পৰ পুথি হ'ল গল্পাঞ্জলি, ময়না, বাজিকৰ,



পৰিদৰ্শন আৰু গল্পমালা (এইখণ্ডত ১৬ টা চুটিগল্প আছে)। কণিকাত ক্ষুদ্ৰাকায় তিয়াল্লিশটা কবিতা আছে। দ্বিতীয়খনত আছে নিবন্ধমালা (অসমত বৌদ্ধ ধৰ্মৰ পুৰণি চিন, বৈষ্ণৱ ধৰ্মৰ আদিকথা, সাহিত্য সৌষ্ঠৱত কীৰ্তন, হেমচন্দ্ৰ গোস্বামী, সৌন্দৰ্য, তিনিখন পুৰণি পুথিৰ পৰিচয় ইত্যাদি), ১৫ খন অভিভাষণ, পেৰিক্লিচ (অনূদিত), অসমীয়া সাধুকথা (আঠোটা সাধু), ২৬ খন চিঠি, ইংৰাজী প্ৰবন্ধ আৰু বিভিন্ন ইংৰাজী টোকা। ওপৰঞ্চিত কিছু কথা সংযোগ কৰা হৈছে।

প্ৰকাশ ঃ ১৯৮৭ চন মূল্য ঃ ২২৫.০০ টকা প্ৰথম খণ্ড-পৃষ্ঠা-১-৫৪০

দ্বিতীয় খণ্ড-পৃষ্ঠা-১-৬০০

**পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী**

বেণুধৰ শৰ্মা সম্পাদিত

এই গ্ৰন্থ হেমচন্দ্ৰ গোস্বমীৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত। ইয়াত ছটা খণ্ড আছে। প্ৰথম খণ্ডত আছে হেমচন্দ্ৰৰ ফুলৰ চাকি আৰু অন্যান্য কবিতা, দ্বিতীয় খণ্ডত অসম সাহিত্য সভা আৰু অসম ছাত্ৰ সন্মিলনৰ সভাপতিৰ অভিভাষণ দুখন আৰু 'অসমীয়া ভাষা' শীৰ্ষক বক্তৃতা, তৃতীয় খণ্ডৰ প্ৰথম পৰিচ্ছেদত জোনাকী, ঊষা আৰু বাঁহীত প্ৰকাশিত বুৰঞ্জী বিষয়ক প্ৰবন্ধ, দ্বিতীয় পৰিচ্ছেদত তামৰ আৰু শিলৰ ফলিৰ গদ্য আৰু তৃতীয় পৰিচ্ছেদত ৰজাঘৰীয়া চিঠিপত্ৰসমূহ, চতুৰ্থ খণ্ডৰ প্ৰথম পৰিচ্ছেদত হেম সৰস্বতী আৰু মাধৱ কন্দলী শীৰ্ষক প্ৰবন্ধ, দ্বিতীয় পৰিচ্ছেদত ৯ টা প্ৰবন্ধ আৰু তৃতীয় পৰিচ্ছেদত কথাগীতা আৰু পুৰণি অসম বুৰঞ্জীৰ পাতনি আৰু হেমকোষ প্ৰবন্ধ, পঞ্চম খণ্ডৰ প্ৰথম পৰিচ্ছেদত বিবিধ প্ৰবন্ধ আৰু গীত; ষষ্ঠ খণ্ডত অসমীয়া সাহিত্যৰ চানেকিৰ আঁচনি। পৰিশিষ্টত ডায়েৰী, চিঠিপত্ৰ আৰু তিনিটা প্ৰবন্ধ আছে। মুদ্ৰণ আৰু অলংকৰণৰ বাবে উক্ত গ্ৰন্থই ভাৰত চৰকাৰৰ সূচনা আৰু প্ৰসাৰণ মন্ত্ৰণালয়ৰ ১৯৭৩ চনৰ শ্ৰেষ্ঠতাৰ প্ৰমাণ পত্ৰ লাভ কৰে।

প্ৰকাশ ঃ ১৯৭২ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-৫৮৪

**মহাজীৱনৰ মহাশিল্পী**

ড° মহেন্দ্ৰ বৰা

অসম সাহিত্য সভাই তাৰাপ্ৰসাদ চক্ৰৱৰ্তী সোঁৱৰণী ন্যাসৰ জৰিয়তে এই গ্ৰন্থ প্ৰকাশ কৰে। উক্ত ন্যাসৰ এইখন দ্বিতীয় গ্ৰন্থ। ইয়াত বিশ্ববৰেণ্য মণিষী কেইজনমানৰ জীৱনী আছে।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-১১২

**ক্ষেত্ৰধৰ বৰগোঁহাইৰ প্ৰবন্ধ-সংকলন**

যতীন্দ্ৰ নাথ গোস্বামী সম্পাদিত

এই গ্ৰন্থত বৰগোঁহাইৰ একৈশটা প্ৰবন্ধ আৰু তিনিখন ভাষণ সন্নিবিষ্ট। বাঁহী, চেতনা, আৱাহন আদি আলোচনীৰ পৰা সংগৃহীত প্ৰবন্ধসমূহৰ ভিতৰত আহোম কন্যা, কছাৰী কুঁৱৰী চন্দ্ৰপ্ৰভা, ফুলেশ্বৰী কুঁৱৰী, ৰাণী কুৰংগনয়নী, ৰাধা-ৰুক্মিণী, লাচিতৰ কাহিনী, ৰাঘ-বলি, অসমৰ সোণ, অসমৰ লোৰ খনি, শ্যাম জাতি, আজান ফকীৰৰ অসমীয়া গীত আদি প্ৰবন্ধ উল্লেখযোগ্য।

প্ৰকাশ ঃ ১৯৮৪ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-১৯৪

**দেউৰাম তাছা ৰচনাৱলী**

সংগ্ৰাহক-সংকলক ঃ গণেশ চন্দ্ৰ কুৰ্মি

বিশিষ্ট সাহিত্যিক দেউৰাম তাছাৰ বিভিন্ন ৰচনাৰ একত্ৰ সংকলন। এই গ্ৰন্থত তেখেতৰ ৰচনাৰ "চাহ বনুৱাৰ মাজত প্ৰচলিত সাধু", চাহ বাগিচাৰ পূজা-পৰ্ব্ব, "চাহ-বাগিচাৰ জাতি-জনজাতি", "চাহ মজদুৰ অসমীয়া শব্দ আৰু খণ্ডবাক্য সম্ভাৰ", "চাহ বাগিচাৰ ভঙ্গনী কহনি (সাঁথৰ)", "চাহ বাগিচাৰ কুইজ", "চাহ বাগিচাৰ পুৰাণ কাব্য", "প্ৰবন্ধমালা (বাতৰি কাকত আদিত প্ৰকাশিত) আৰু চাহ জনগোষ্ঠীৰ লোকগীতত খাদ্য সম্ভাৰ" সন্নিবিষ্ট কৰা হৈছে।

প্ৰকাশ ঃ ২০০১ চন মূল্য ঃ ২০০.০০ টকা পৃষ্ঠা ৬১৭



**বাঁহী- প্ৰথম খণ্ড (প্ৰথম আৰু দ্বিতীয় বছৰ)**

সংকলক ঃ শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী

বেজবৰুৱা সম্পাদিত 'বাঁহী' অসমৰ একালৰ সামাজিক আৰু সাংস্কৃতিক এক ইতিহাস। সভাই 'বাঁহী' বাৰটা খণ্ডত সংকলন কৰিবৰ সিদ্ধান্ত লৈছে আৰু প্ৰথম খণ্ডত প্ৰথম দুবছৰৰ বাঁহী সন্নিবিষ্ট কৰিছে।

প্ৰকাশ ঃ ২০০১ চন মূল্য ঃ ৫০০.০০ টকা পৃষ্ঠা ১৬-৫৫৬

**জোনাকী**

সম্পাদক- নগেন শইকীয়া

জোনাকী অসমৰ জাতীয় জীৱনৰ এক মহৎ সম্পদ। কলিকতাৰ পৰা ১৮৮৯ পৰা ১৮৯৯ আৰু গুৱাহাটীৰ পৰা ১৯০১ ৰ ১৯০৩ লৈ প্ৰকাশিত জোনাকীৰ একত্ৰ সংকলন।

প্ৰকাশ ঃ ২০০১ চন, মূল্য ঃ ৮০০.০০ টকা, পৃষ্ঠা ১০৩,১৮২৬

**শশীভূষণ ফৌজদাৰ ৰচনাৱলী**

সম্পাদক ঃ সতীশ চন্দ্ৰ চৌধুৰী, কমল কলিতা আৰু ভবেশ দাস

যি সময়ত গোৱালপাৰা জিলাত অসমীয়া ভাষাৰ লিখিত ৰূপ সীমিত আছিল সেই সময়তেই শশীভূষণ ফৌজদাৰে অসমীয়া ভাষাত পদ্য গদ্য ৰচনা কৰি যুগমীয়া স্বাক্ষৰ ৰাখি গৈছে। তেখেতৰ বিভিন্ন ৰচনা সমূহৰ একত্ৰ সংকলন এই গ্ৰন্থ।

প্ৰকাশ ঃ ২০০৭ চন মূল্য ঃ ১৫০.০০ টকা পৃষ্ঠাঃ ১২-২৭৫

**নিজৰা**

শৈলধৰ ৰাজখোৱা

নিজৰা কবি শৈলধৰ ৰাজখোৱাৰ এই কবিতা পুথিখনৰ তৃতীয় সংস্কৰণ অসম সাহিত্য সভাই তেওঁৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে ১৯৯০ চনত প্ৰকাশ কৰে।

পুনৰ মুদ্ৰণ ঃ ১৯৯০ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ১-১৬০

# জীৱনী আৰু স্মৃতিগ্ৰন্থ

**মোৰ জীৱন সোঁৱৰণ**

যতীন্দ্ৰ নাথ গোস্বামী সম্পাদিত

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ আত্ম-জীৱনী। সাহিত্য সভাৰ প্ৰথম তাঙৰণত বেজবৰুৱাৰ জন্মৰ পৰা ১৯০৩-০৪ চনলৈকে জীৱনৰ কথাবোৰ লিপিৱদ্ধ আছে। পাচত আত্ম-জীৱনীৰ কেইটামান অধ্যায় উদ্ধাৰ হোৱাত 'মোৰ জীৱন-সোঁৱৰণ'ৰ তৃতীয় তাঙৰণত আৰু ৯ টা অধ্যায়ত অন্তৰ্ভুক্ত কৰাত ১৯০৭ চনৰ এপ্ৰিল মাহত আত্ম-জীৱনীৰ সামৰণি পৰে। বেজবৰুৱাৰ সৰু কথাবোৰে ইয়াত চিত্ৰকলাৰ ৰূপ পৰিগ্ৰহ কৰি আছে। তেওঁৰ স্মৃতিফলকে কলাকাৰৰ স্মৃতিফলকৰ কাম কৰিছে।

প্ৰথমপ্ৰকাশ ঃ ১৯৬১ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-২০১
দ্বিতীয় প্ৰকাশ ঃ ১৯৬৮ চন পৃষ্ঠা ১-২৫৪
তৃতীয় প্ৰকাশ ঃ ১৯৭২ চন মূল্য ঃ ৬.০০ টকা পৃষ্ঠা ১-১৯৪

**মোৰ জীৱন যাত্ৰাৰ কথা**

অতুল চন্দ্ৰ বৰুৱা সংকলিত-সম্পাদিত

এইখন কৃতী শিক্ষক তথা অসমীয়াৰ বুৰঞ্জীৰ নীৰৱ আৰু জনপ্ৰিয় লেখক ধনাই বৰাৰ আত্ম-জীৱনী।

প্ৰকাশ ঃ ১৯৮০ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-৪৩



**নগেন্দ্ৰ নাৰায়ণ চৌধুৰী**

সম্পাদনা ঃ দুৰ্গেশ্বৰ শৰ্মা

চৌধুৰীদেৱৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশ স্মৃতিগ্ৰন্থ সংকলন। ইয়াত সন্নিৱিষ্ট প্ৰবন্ধসমূহ দুটা ভাগত ভাগ কৰাৰ উপৰিও পৰিশিষ্টত কিছু কথা সংযোগ কৰা হৈছে।

প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ১৪.০০ টকা পৃষ্ঠা ঃ ১-১৯০

**স্মৃতি-ৰঞ্জিকা**

ড° হেমন্ত কুমাৰ শৰ্মা সম্পাদিত

এই গ্ৰন্থ সাহিত্যাচাৰ্য অতুল চন্দ্ৰ হাজৰিকাৰ আত্ম-জীৱনীমূলক প্ৰবন্ধৰ সংগ্ৰহ। ইয়াত 'স্মৃতিলেখা'ৰ এৰাবোটলা আৰু অন্যান্য স্মৃতিবিষয়ক দহোটা প্ৰবন্ধ আছে। সিবোৰ হ'ল কবিতা-কুঞ্জত লুকাভাকু, সুন্দৰৰ আৰাধনাই জীৱনৰ খেল, তলসৰা ফুলৰ কৰণি, কথা কুসুমৰ কুঁকি, ককা ৰমাকান্ত আৰু অভিমন্যু বধ, জীৱনে মোক কি শিকালে, প্ৰশ্নোত্তৰত মনৰ খবৰ, ৰান্ধনি বেলিৰ ৰ'দ কাচলিত আৰু এধাৰ তুলসীৰ মালা। পৰিশিষ্টত হাজৰিকাৰ জীৱন-পঞ্জী দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ৩৫.০০ টকা পৃষ্ঠা ১-২১৫

**অসমীয়া সাহিত্যৰ পৰমাচাৰ্য্য পণ্ডিত হেমচন্দ্ৰ গোস্বামী**

বেণুধৰ শৰ্মা

পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত। ইয়াত হেমচন্দ্ৰৰ পূৰ্বপুৰুষ, জন্মস্থান, শিক্ষা - স্কুলীয়া আৰু কলেজীয়া, অসমীয়া ভাষাৰ বুৰঞ্জীমূলক প্ৰথম ৰচনা, জোনাকীৰ লগত সম্বন্ধ, গেইটৰ সহায়ক, বুৰঞ্জী-অনুসন্ধানত, হেমকোষ উদ্ধাৰ, হেমচন্দ্ৰৰ অবয়ব, অসম সাহিত্য সভা আৰু অসম ছাত্ৰ সন্মিলনৰ সভাপতি, ৰসিকতা আৰু উপস্থিত বুদ্ধি আদি কথা এই সচিত্ৰ জীৱনীত আলোচনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৭২ চন মূল্য ঃ ৬.০০ টকা পৃষ্ঠা ১-১৬৩

**কবি-প্ৰত্নতাত্ত্বিক আনন্দ চন্দ্ৰ আগৰৱালা**

তিলক চন্দ্ৰ কাকতী

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি কবি-প্ৰত্নতাত্ত্বিক আনন্দ চন্দ্ৰ আগৰৱালাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত জীৱনী। ইয়াত আগৰৱালাৰ বংশ পৰিচয়, জন্ম, চাকৰি, বিবাহ, স্বদেশ-প্ৰেম, মানৱ সেৱা, সাহিত্য চৰ্চা, কবি, প্ৰবন্ধকাৰ, প্ৰত্নতাত্ত্বিক আদি, বিভিন্ন দিশত আনন্দচন্দ্ৰৰ জীৱন আৰু কৰ্মৰ কথা আলোচনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৭৪ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-৫৪

**গুৰুদেৱ কালীচৰণ ব্ৰহ্ম**

দেবেন্দ্ৰ নাথ শৰ্মা

দৰং, উত্তৰ কামৰূপ আৰু গোৱালপাৰা জিলাৰ বড়ো-কছাৰীসকলৰ মাজত ব্ৰহ্মধৰ্মৰ প্ৰৱৰ্তক, প্ৰচাৰক আৰু সমাজ-সংস্কাৰক কালীচৰণ ব্ৰহ্মাৰ এইখন আত্ম জীৱনী।

প্ৰকাশ ঃ ১৯৮৩ চন মূল্য ঃ ৪.৫০ টকা পৃষ্ঠা ১-৭৮

**ছক্ৰেটিছ**

ড° কালীচৰণ দাস

বিশ্ববিশ্ৰুত দাৰ্শনিক ছক্ৰেটিছৰ জীৱন আৰু দৰ্শন সম্পৰ্কে লেখা পুথি। ছক্ৰেটিছৰ পূৰ্বৰ গ্ৰীচৰ অৱস্থা, ছক্ৰেটিছৰ সংক্ষিপ্ত পৰিচয়, দৈনন্দিন জীৱন চৰিত্ৰৰ বেঙণি, ছক্ৰেটিছৰ অলিখিত দৰ্শন আৰু তাত্ত্বিক চিন্তাধাৰা, তেওঁৰ দাৰ্শনিক তত্ত্ব, নৈতিক দৰ্শন আৰু মতবাদ, ঈশ্বৰ সম্পৰ্কে ধাৰণা, বিশ্বজগত আৰু মানুহ ইত্যাদি বিভিন্ন কথাৰে লেখকে ছক্ৰেটিছৰ জীৱন আৰু দৰ্শনৰ আভাস দিছে।

প্ৰকাশ ঃ ১৯৭৪ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-১০৬

**ছেক্সপীয়েৰ**

তাৰিণীকান্ত ভট্টাচাৰ্য

মহাকবি ছেক্সপীয়েৰৰ জীৱনী আৰু সাহিত্য-কৰ্মৰ পৰিচয়-জ্ঞাপক পুথি। পুথিৰ নটা অধ্যায়ৰ প্ৰথম অধ্যায়ত লেখকে ছেক্সপীয়েৰৰ চমু চিনাকি দিছে; দ্বিতীয় অধ্যায়ত ইংৰাজী নাটকৰ পৰম্পৰা আৰু ইংৰাজী ৰোমান্টিক নাটকৰ জন্ম; তৃতীয় অধ্যায়ত ছেক্সপীয়েৰৰ গ্ৰন্থৰাজিৰ ৰচনাবৰ্ষ; চতুৰ্থ অধ্যায়ত কমেডিসমূহ; পঞ্চম অধ্যায়ত বুৰঞ্জীমূলক নাটকসমূহ; ষষ্ঠ অধ্যায়ত ট্ৰেজেডিসমূহ; সপ্তম অধ্যায়ত ট্ৰেজেডি-কমেডি চাৰিখন; অষ্টম অধ্যায়ত অনা নাটকীয় কবিতা আৰু ছনেটসমূহৰ আলোচনা আছে। নৱম অধ্যায় হ'ল উপসংহাৰ।



প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-২০৭

**জগন্নাথ বৰুৱা**

যতীন্দ্ৰ নাথ গোস্বামী

উজনি অসমৰ প্ৰথম স্নাতক ৰায় বাহাদুৰ সচিত্ৰ জীৱনীত বৰুৱাৰ জন্ম, শিক্ষা, ব্যৱসায়, পাৰিবাৰিক জীৱন, সাৰ্বজনিক সভা স্থাপন, আসাম এচোচিয়েচনৰ উদ্যোক্তা, বিলাত যাত্ৰা আৰু বিলাতত বক্তৃতা, চাহখেতিৰ উৎসাহ দাতা, বৰুৱা মানুহজন ইত্যাদি কথা জীৱনীত আলোচনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৭৫ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-১১৮

**প্ৰমথ নাথ চক্ৰৱৰ্তী**

হৰিপ্ৰসাদ নেওগ সম্পাদিত

অসমীয়া ভাষা-সাহিত্যৰ পশ্চিম সীমান্তৰ প্ৰহৰীস্বৰূপ আৰু অসম সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ প্ৰাক্তন সভাপতি প্ৰমথনাথ চক্ৰৱৰ্ত্তীৰ বিয়োগ উপলক্ষে প্ৰকাশিত পুথি। ইয়াত প্ৰমথনাথ চক্ৰৱৰ্ত্তী সম্পৰ্কে বিভিন্ন প্ৰবন্ধ, অসম সাহিত্য সভাৰ দ্বাৰা সম্বৰ্ধিত চক্ৰৱৰ্ত্তীৰ সম্বৰ্ধনাৰ উত্তৰ, বিভিন্ন ভাষণৰ উদ্ধৃতি আদি আছে।

প্ৰকাশ ঃ ১৯৬৮ চন মূল্য ঃ ১.০০ টকা পৃষ্ঠা ১-৩৫

**প্লেটো**

শৰৎ চন্দ্ৰ গোস্বামী

দাৰ্শনিক প্লেটোৰ চমু জীৱনী আৰু তেওঁৰ চিন্তাধাৰাৰ পৰিচয় থকা পুথি। লেখকে পুথিৰ আৰম্ভণিতে প্লেটোৰ চমু জীৱনী চৰিত দি তেওঁৰ জ্ঞান-মীমাংসা, তত্ত্ব-মীমাংসা, ভাৱবাদ, সৃষ্টিতত্ত্ব, জীৱাত্মা, শিক্ষাতত্ত্ব, নীতিশাস্ত্ৰ, ৰাজনীতি, ধৰ্মদৰ্শন, কলা আদিৰ পৰিচয় দিছে।

প্ৰকাশ ঃ ১৯৭৪ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-১১০

## বেণুধৰ শৰ্মা

তীৰ্থনাথ শৰ্মা

এই গ্ৰন্থ বেণুধৰ শৰ্মাৰ এখন নিৰ্ভৰযোগ্য জীৱনী। অধ্যায়সমূহ হ'ল - ১। গুৰি চাৰিঙত হেদালিখন গোটেই অসমত, ২। দুপতীয়া, ৩। বুৰঞ্জী আৰু ৰাজনীতিৰ সিংহ দুৱাৰ - কলিকতাত, ৪। ঘৰৰ ল'ৰা ঘৰলৈ অসহযোগ আন্দোলন, ৫। হাতী মহলতো বাস বুৰঞ্জীৰো চৰ্চা, ৬। চাৰিং উন্নয়ন, ৭। সাংবাদিকতাত এজোবোৰা, ৮। অপায় অশান্তিৰ এছোৰা, ৯। এবেসে চিনিলো, ১০। শেষ পোন্ধৰ বছৰৰ কথা, ১১। মানুহজন - ঘৰে পৰে, ১২। ধৰ্মীয় চিন্তাধাৰা, ১৩। ৰাজনীতিৰ ফল্গুস্ৰোত আৰু ১৪। বেণু-সাহিত্যৰ জ্যোতি। ওপৰঞ্চিত জীৱন-পঞ্জীৰ চমু কালানুপাতিক সূচী, গ্ৰন্থ তালিকা ইত্যাদি। শৰ্মাই এই গ্ৰন্থৰ বাবে সাহিত্য অকাডেমিৰ বঁটা লাভ কৰে।

প্ৰকাশ ঃ ১৯৮৩ চন  মূল্য ঃ ২০.০০ টকা  পৃষ্ঠা ১-২৬৬

## বিশ্বনাথ ৰাজবংশী

হৰিপ্ৰসাদ নেওগ

অসম সাহিত্য সভাৰ একনিষ্ঠ কৰ্মী আৰু কাছাৰৰ প্ৰহৰীস্বৰূপ বিশ্বনাথ ৰাজবংশীৰ চমু জীৱনী। জীৱনীৰ উপৰিও কাছাৰৰ খিলঞ্জীয়া অসমীয়া আৰু উক্ত জিলাত অসমীয়া ভাষা প্ৰচলন সম্পৰ্কেও কিছু কথা আলোচনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৬৬ চন  মূল্য ঃ ১.০০ টকা  পৃষ্ঠা ১-৩৭

## ৰাধাকান্ত সন্দিকৈ

হৰিপ্ৰসাদ নেওগ

দানবীৰ ৰাধাকান্ত সন্দিকৈৰ মূৰ্ত্তি উন্মোচন উপলক্ষে প্ৰকাশিত চমু জীৱনী। পুথিত সন্দিকৈৰ জন্ম, শিক্ষা, জনহিতকৰ কাৰ্য, সাহিত্যিক অৱদান, সমাজ-সেৱা, মহানুভৱতা, ব্যক্তিত্ব আদি কথা আলোচনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৬০ চন  মূল্য ঃ ০.৭৫ টকা  পৃষ্ঠা ১-৩০



## ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া

নকুল চন্দ্ৰ ভূঞা

সন্দিকৈৰ বংশ, পিতৃ-মাতৃ, ল'ৰাকাল, শিক্ষা - শিৱসাগৰ আৰু কলিকতাত চাকৰি জীৱন, বিবাহ, পাৰিবাৰিক জীৱন, বি-এ জগন্নাথৰ সহযোগ, তিৰুৱাল বাগিচাৰ আৰম্ভণি, ভাষা-সাহিত্য আৰু শিক্ষাৰ ক্ষেত্ৰত দান - চন্দ্ৰকান্ত সন্দিকৈ ভৱন, নাৰায়ণী সন্দিকৈ বুৰঞ্জী ভৱন, ৰাধাকান্ত সন্দিকৈ ছোৱালী কলেজ, সন্দিকৈৰ মৃত্যু আদি বিভিন্ন শিতানত দানবীৰ ৰাধাকান্ত সন্দিকৈৰ জীৱন আৰু কৰ্মৰ কথা জীৱনীত আলোচনা কৰা হৈছে। ওপৰঞ্চিত সন্দিকৈৰ বংশাৱলী, অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ, মূৰ্ত্তি উন্মোচন উছৱ আদি কথা দিয়া হৈছে।

প্ৰথম প্ৰকাশ ঃ ১৯৬১ চন  মূল্য ঃ ৩.০০ টকা  পৃষ্ঠা ১-১৩৪
দ্বিতীয় প্ৰকাশ ঃ ১৯৭৬ চন  মূল্য ঃ ৭.০০ টকা  পৃষ্ঠা ১-১২০

## শৰৎ চন্দ্ৰ গোস্বামী

সম্পাদনা ঃ অতুল চন্দ্ৰ বৰুৱা

অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাতা সম্পাদক শৰৎ চন্দ্ৰ গোস্বামীৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে অতুল চন্দ্ৰ বৰুৱাই এই গ্ৰন্থখনি ৰচনা কৰে। লেখকে জীৱনীখন সাধাৰণভাৱে সাতোটা ছেদত ভাগ কৰে- (১) ছাত্ৰ-জীৱন, (২) কৰ্মজীৱন, (৩) গঠনমূলক কামৰ লগত জড়িত জীৱন, (৪) সাহিত্য চৰ্চা, সাহিত্য সৃষ্টি, প্ৰত্নতত্ব আদি, (৫) গোস্বামী মানুহজন, (৬) লোকান্তৰত শ্ৰদ্ধাঞ্জলি আৰু (৭) ওপৰঞ্চি। ওপৰঞ্চিৰ নথি-পত্ৰখনিও মূল্যবান।

প্ৰকাশ ঃ ১৯৮৭ চন  মূল্য ঃ ২৫.০০ টকা  পৃষ্ঠা ১-২১৩

## সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা

ডিম্বেশ্বৰ শৰ্মা

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি চন্দ্ৰধৰ বৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত জীৱনী। এই পুথিৰ প্ৰথম ভাগত আছে চন্দ্ৰধৰ বৰুৱাৰ বংশ, জন্ম, বাল্যকাল, শিক্ষা, ওকালতি আৰু ব্যৱসায়, সামাজিক কাম, শক্তিমেলা, কামৰূপ সঞ্জীৱনী সভা, লাচিত মেলা, অসম সাহিত্য সভাৰ সভাপতি, অসম সাহিত্য সভাৰ পত্ৰিকা সম্পাদক, মঞ্চাভিনয়, ঘূৰণীয়া মেজমেলত যোগদান,

সাৰ্বজনিক সভা, আৰু আসাম এচোচিয়েচনৰ লগত সম্বন্ধ, আসাম কাউন্সিলৰ সদস্য, দ্বিতীয় ভাগত সাহিত্য কৰ্মৰ কথা - কবিতা, নাটক, উপন্যাস, প্ৰবন্ধ আদি; তৃতীয় ভাগত বিলাতৰ ভাষণ, পত্ৰাৱলী, জীৱন পঞ্জী আৰু ৰচনাপঞ্জী আদি দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৭৫ চন　　মূল্য ঃ ৫.৫০ টকা　　পৃষ্ঠা ১-১৩৭

## সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা

যতীন্দ্ৰ নাথ গোস্বামী

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত জীৱনী। পুথিত বেজবৰুৱাৰ বংশ, জন্ম, বাল্যকাল, পঢ়াশলীয়া আৰু কলেজীয়া শিক্ষা, বিবাহ, ব্যৱসায়, চাকৰি, ঘৰুৱা জীৱন, চৰিত্ৰৰ বৈশিষ্ট্য, স্বদেশপ্ৰেম, মৃগয়া, অভিনয়, অসম ছাত্ৰ সন্মিলন আৰু অসম সাহিত্য সভাৰ সভাপতি, ৰসৰাজ উপাধি, বেজবৰুৱাৰ প্ৰত্যাগমন, বৰোদা বক্তৃতা, ভোলানাথ বৰুৱা, বি.এ.জগন্নাথ, গুণাভিৰাম বৰুৱা আৰু যতীন্দ্ৰ নাথ দুৱৰাৰ লগত সান্নিধ্য, অ-ভা-উ-সা সভা আৰু জোনাকীৰ জন্ম, বেজবৰুৱাৰ সাহিত্য-কবিতা, গল্প, উপন্যাস, নাটক, কৃপাবৰী ৰচনা আদি কথা আছে। পৰিশিষ্টত বেজবৰুৱাক বিভিন্ন অনুষ্ঠানে দিয়া অভিনন্দন পত্ৰ আৰু তাৰ উত্তৰ, জন্ম-পত্ৰিকা, শেষ বক্তৃতা, পত্ৰাৱলী আদি দিয়া আছে।

প্ৰকাশ ঃ ১৯৬৮ চন　　মূল্য ঃ ৭.০০ টকা　　পৃষ্ঠা ১-২৮৮

## সিংহপুৰুষ সীতানাথ ব্ৰহ্মচৌধুৰী

চিত্ৰ মহন্ত

অসম সাহিত্য সভাৰ সভাপতিৰ আসন দুবাৰকৈ অলংকৃত কৰা আৰু দ্বিতীয়বাৰৰ কাৰ্যকাল পূৰ নৌ হওঁতেই ইহলীলা সম্বৰণ কৰা সীতানাথ ব্ৰহ্মচৌধুৰীৰ জীৱন, দেশসেৱা আৰু সাহিত্যিক অৱদানৰ কথা শ্ৰীমহন্তই বিশদভাৱে আলোচনা কৰিছে।

প্ৰকাশ ঃ ১৯৮৩ চন　　মূল্য ঃ ১২.০০ টকা　　পৃষ্ঠা ১-১৩৮



## হেমচন্দ্ৰ বৰুৱাৰ জীৱন চৰিত

সৰ্বেশ্বৰ কটকী

এই গ্ৰন্থ হেমকোষ প্ৰণেতা হেমচন্দ্ৰ বৰুৱাৰ বিষয়ে লেখা প্ৰথম জীৱনী। ইয়াত হেমচন্দ্ৰ বৰুৱাৰ জীৱন, সমাজ সংস্কাৰ আৰু সাহিত্য কৰ্ম সম্পৰ্কে লেখকে বিশদভাৱে আলোচনা কৰিছে। এই পুথি অসম ছাত্ৰ সন্মিলনে ১৯২৭ চনত প্ৰকাশ কৰে। সভাই দ্বিতীয় তাঙৰণ প্ৰকাশ কৰিছে।

প্ৰকাশ ঃ ১৯৮২ চন　　মূল্য ঃ ১০.০০টকা　　পৃষ্ঠা ১-১১৬

## অভিনয় শেষ হ'ল

ড° নগেন শইকীয়া আৰু জগত চেতিয়া সংকলিত-সম্পাদিত

প্ৰবীণ অভিনেতা ফুনু বৰুৱাৰ মৃত্যুত তেওঁৰ বিষয়ে বিভিন্ন ব্যক্তিয়ে লেখা প্ৰবন্ধ আৰু তেওঁৰ ভাষণৰ সংকলন। শেহৰফালে শোক-বাৰ্তা আৰু বৰুৱাৰ পৰিচয় সন্নিবিষ্ট কৰা হৈছে।

প্ৰকাশ ঃ ১৯৮৫ চন　　মূল্য ঃ ১০.০০টকা　　পৃষ্ঠা ১-৯২

## অম্বিকাগিৰী ৰায়চৌধুৰী স্মৃতিগ্ৰন্থ

হৰিপ্ৰসাদ নেওগ সম্পাদিত

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি অম্বিকাগিৰী ৰায়চৌধুৰীৰ জীৱন আৰু প্ৰতিভা-বিষয়ক প্ৰবন্ধ সংগ্ৰহ। ইয়াত আছে অমিয় কুমাৰ দাসৰ জাতীয় আন্দোলনত অম্বিকাগিৰী ৰায়চৌধুৰী, উমেশ শৰ্মাৰ অসম, অসমীয়া আৰু অম্বিকাগিৰী ৰায়চৌধুৰী, শুচিব্ৰতা ৰায়চৌধুৰীৰ পিতাৰ কথা, সতীশ চন্দ্ৰ কাকতীৰ ৰায়চৌধুৰী মানুহজন, তিলক দাসৰ সংৰক্ষিণী ঃ ৰায়চৌধুৰীৰ জীৱন-দলি, যতীন্দ্ৰ নাথ গোস্বামীৰ অম্বিকাগিৰী ৰায়চৌধুৰী আৰু সাহিত্য সভা, ৰমা বৰঠাকুৰৰ জাতীয় মহাসভা আৰু ৰায়চৌধুৰী, মেদিনী চৌধুৰীৰ জনজাতিৰ প্ৰতি অম্বিকাগিৰী, হৰিপ্ৰসাদ নেওগৰ ৰায়চৌধুৰীৰ ব্যক্তিত্বত এভূমুকি, কমলেশ্বৰ চলিহাৰ মই যে সেৱা-যোগী, নলিনীবালা দেৱীৰ অসম কেশৰী অম্বিকাগিৰীলৈ শ্ৰদ্ধাঞ্জলি, অতুল চন্দ্ৰ বৰুৱাৰ অসম-কেশৰী অম্বিকাগিৰী আৰু অসম, অতুল চন্দ্ৰ হাজৰিকাৰ দেশ-প্ৰাণ ৰায়চৌধুৰী, ড° বাণীকান্ত কাকতিৰ অম্বিকাগিৰী ৰায়চৌধুৰীৰ তুমি, ড° কালীচৰণ দাসৰ ৰায়চৌধুৰীৰ তুমি কাব্যৰ আধ্যাত্মিকতা আৰু অতীন্দ্ৰিয়বাদ,

মহেন্দ্র বৰাৰ ৰায়চৌধুৰীৰ বীণা, হেম বৰুৱাৰ ৰায়চৌধুৰীৰ দেশপ্ৰেমমূলক কবিতা, বীৰেন্দ্ৰ নাথ দত্তৰ অম্বিকাগিৰীৰ গান, নিৰ্মলপ্ৰভা বৰদলৈৰ বেদনাৰ উল্কা, ভূপেন্দ্ৰ কুমাৰ বৰ্মাৰ ডেকা-ডেকেৰীৰ বেদ, দুৰ্গেশ্বৰ শৰ্মাৰ জাতীয়তাবাদী লিখক অম্বিকাগিৰী, ড° মহেশ্বৰ নেওগৰ অম্বিকাগিৰীৰ অমৰ কবিতা, ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ অম্বিকাগিৰীৰ নাট, নৰকান্ত বৰুৱাৰ অম্বিকাগিৰীৰ ছন্দকলাৰ বিষয়ে, হেমন্ত কুমাৰ শৰ্মাৰ ৰায়চৌধুৰীৰ অনুভূতি আৰু যোগেশ দাসৰ সংবাদ-সেৰী ৰায়চৌধুৰী। ৰায়চৌধুৰীৰ ৰচনাৰ উদ্ধৃতি শেষত দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৬৮ চন    মূল্য ঃ ৬.০০টকা    পৃষ্ঠা ১-২৭২

## আনন্দৰাম ঢেকিয়াল ফুকন

যতীন্দ্ৰ নাথ গোস্বামী সম্পাদিত

আনন্দৰাম ঢেকিয়াল ফুকনৰ মৃত্যু-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত। এই সংকলনত আছে নকুল চন্দ্ৰ ভূঞাৰ আনন্দৰাম ঢেকিয়াল ফুকনৰ চমু জীৱনী, গুণাভিৰাম বৰুৱা প্ৰণীত আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিতৰ পৰা উদ্ধৃতি, ঢেকিয়াল ফুকনৰ ইংলণ্ডৰ বিৱৰণ, মাতৃ-ভাষাৰ শক্তি আৰু পৰিশ্ৰমৰ ফল প্ৰবন্ধ ইত্যাদি।

প্ৰকাশ ঃ ১৯৫৯ চন    মূল্য ঃ ০.৩৭টকা    পৃষ্ঠা ১-৩২

## ঔপন্যাসিক ৰজনীকান্ত বৰদলৈ

বীৰেণ বৰকটকী সম্পাদিত

ঔপন্যাসিক ৰজনীকান্ত বৰদলৈ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত স্মৃতিগ্ৰন্থ। এই আলোচনামূলক গ্ৰন্থত আছে ত্ৰৈলোক্যাথ গোস্বামীৰ ৰজনীকান্ত বৰদলৈৰ উপন্যাস, যোগেশ দাসৰ বৰদলৈৰ উপন্যাসৰ ৰচনা-ৰীতি, প্ৰবোধ শৰ্মাৰ উপন্যাস সাহিত্যত ৰজনীকান্তৰ স্থান, নন্দ তালুকদাৰৰ বৰদলৈৰ উপন্যাসৰ ওপৰত বুৰঞ্জীৰ প্ৰভাৱ, ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ ৰজনীকান্ত বৰদলৈৰ উপন্যাসত অসমীয়া সমাজ, যতীন্দ্ৰনাথ গোস্বামীৰ বৰদলৈৰ উপন্যাসত ধৰ্মৰ প্ৰভাৱ, শশী শৰ্মাৰ বৰদলৈৰ উপন্যাসত প্ৰকৃতি, চন্দ্ৰ কটকীৰ বৰদলৈৰ উপন্যাসত অতিপ্ৰাকৃত পৰিৱেশ, ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ বৰদলৈৰ উপন্যাসৰ সাধাৰণ বৈশিষ্ট্য, হৰিনাথ শৰ্মা দলৈৰ বৰদলৈ অসমীয়া সাহিত্যৰ স্কট, অতুল চন্দ্ৰ বৰুৱাৰ বৰদলৈৰ সামাজিক



উপন্যাসখন, নিৰ্মলপ্ৰভা বৰদলৈৰ ৰজনীকান্ত বৰদলৈৰ উপন্যাসৰ নাৰী-চৰিত্ৰ, ইমৰান শ্বাহৰ বৰদলৈৰ উপন্যাসৰ পুৰুষ-চৰিত্ৰ, দুৰ্গেশ্বৰ শৰ্মাৰ - ৰজনীকান্ত বৰদলৈৰ জীৱনী আৰু নগেন শইকীয়াৰ ৰজনীকান্ত বৰদলৈৰ গ্ৰন্থপঞ্জী।

প্ৰকাশ ঃ ১৯৬৭ চন    মূল্য ঃ ৫.০০টকা    পৃষ্ঠা ১-১৭৬

## কালিৰাম মেধি স্মৃতিমাল্য

ৰামচৰণ ঠাকুৰীয়া সম্পাদিত

কালিৰাম মেধিৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে তেওঁৰ ব্যক্তিত্ব আৰু প্ৰতিভাৰ পৰিচয় জ্ঞাপক স্মৃতি গ্ৰন্থখনি ঠাকুৰীয়াদেৱে যুগুত কৰে। লেখকসকল ক্ৰমে মনোৰঞ্জন শাস্ত্ৰী (কালিৰাম মেধি প্ৰশস্তি), বাগ্মীবৰ নীলমণি ফুকন (কালিৰাম মেধিৰ পুণ্যস্মৃতিত), ৰামভদ্ৰ মেধি, হেমৰেখা দাস, কমলা দাস আৰু ৰত্না দাস (দেউতাৰ সোঁৱৰণত), ক্ষীতিশ চন্দ্ৰ মেধি আৰু গোবিন্দ মহন্ত (মেধিৰ জীৱনৰ আগছোৱাৰ কথা), অতুল চন্দ্ৰ হাজৰিকা (অসম সাহিত্য সভা আৰু মেধি ডাঙৰীয়া), মুৰাৰিচৰণ দাস (বিভিন্ন অনুষ্ঠানত মেধি ডাঙৰীয়া), যজ্ঞেশ্বৰ শৰ্মা (মেধি ডাঙৰীয়াক কেন্দ্ৰ কৰি), অতুল চন্দ্ৰ বৰুৱা (মঙলদৈত মেধি চাহাব), কল্পনাৰায়ণ মজুমদাৰ (প্ৰশাসক মেধি ডাঙৰীয়া), নন্দ তালুকদাৰ (কালিৰাম মেধি-জীৱন পৰিচয়), দেৱানন্দ ভৰালী (অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব), ড° উপেন্দ্ৰনাথ গোস্বামী (অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব), ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য (অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্বৰ ৰচয়িতা মেধি), ৰামচৰণ ঠাকুৰীয়া (প্ৰহ্লাদ চৰিত্ৰ), ড° মহেশ্বৰ নেওগ (পাঠ-সমীক্ষাৰ এক প্ৰাথমিক পদক্ষেপ অংকাৱলী), ড° কিশোৰী মোহন পাঠক (মেধিৰ বিজ্ঞানমূলক ৰচনাৱলী), ড° সত্যেন্দ্ৰ নাথ শৰ্মা (মেধিৰ ইংৰাজী প্ৰবন্ধাৱলী), যতীন্দ্ৰ নাথ গোস্বামী (শংকৰী সাহিত্যত মেধি), ড° হেমন্ত কুমাৰ শৰ্মা (মেধি ডাঙৰীয়াৰ ভাষণাৱলী), ভগবান মৰল (ভাষাতত্ত্বৰ গৱেষক মেধি), অৰুণিমা ভৰালী (পাঠ-সমীক্ষাৰ পথ-প্ৰদৰ্শক মেধি), নৰেন্দ্ৰ নাথ শৰ্মা (মেধিৰ ৰচনাৰ জিলিঙনি) আৰু যোগেশ দাস (মেধিৰ ৰচনা ৰীতি)। পৰিশিষ্টত মেধিৰ দুখন চিঠি সংযোজিত হৈছে।

প্ৰকাশ ঃ ১৯৭৮ চন    মূল্য ঃ ১২.০০টকা    পৃষ্ঠা ১-২০৭

## গিৰিধৰ শৰ্মা

ৰামচৰণ ঠাকুৰীয়া

এইখন অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি গিৰিধৰ শৰ্মাৰ বিষয়ে যুগুত কৰা স্মৃতিগ্ৰন্থ। ইয়াৰ প্ৰথম খণ্ড আৰম্ভ হৈছে মিত্ৰদেৱ মহন্ত, বিনন্দ চন্দ্ৰ বৰুৱা আৰু যজ্ঞেশ্বৰ শৰ্মাৰ শ্ৰদ্ধাঞ্জলিৰে। অতুল চন্দ্ৰ হাজৰিকা, তাৰিণীকান্ত ভট্টাচাৰ্য আৰু ড° কালীচৰণ দাসে লিখিছে 'ভীমকৰ্মা গিৰিধৰ শৰ্মাৰ স্মৃতিত' এই শিতানত, উমাকান্ত শৰ্মা আৰু ড° হেমন্ত কুমাৰ শৰ্মাৰ প্ৰবন্ধ হ'ল 'আমাৰ দাদা', সাবিত্ৰীবালা দেৱীয়ে লিখিছে 'স্বামীদেৱতাৰ সোঁৱৰণত' আৰু দিপালী শৰ্মাই লিখিছে 'মোৰ শহুৰ'। অন্যান্য প্ৰবন্ধকাৰসকল হ'ল ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী, ড° নবীন শৰ্মা, ভৱানন্দ ডেকা আৰু ভৃগুমোহন গোস্বামী (শৰ্মা ছাৰৰ সোঁৱৰণত), ত্ৰৈলোক্যনাথ গোস্বামী আৰু আশ্ৰফ আলি (ব্যক্তিত্বৰ প্ৰসংগত), যতীন্দ্ৰ নাথ গোস্বামী (সংগঠক গিৰিধৰ শৰ্মা), নগেন শইকীয়া (গিৰিধৰ শৰ্মা সংকল্পৰ দৃঢ় ব্যক্তি), অমল ৰাজখোৱা আৰু শ্ৰীমান চক্ৰৱৰ্তী (শৰ্মাদেৱক মই যেনেদৰে জানিছিলোঁ), অৰ্পণা ঠাকুৰীয়া (গিৰিধৰ শৰ্মাৰ জীৱন-পৰিচয়)। দ্বিতীয়খণ্ডৰ লেখকসকল ক্ৰমে অতুল চন্দ্ৰ বৰুৱা আৰু দেৱানন্দ শইকীয়া (গিৰিধৰ শৰ্মা আৰু আৰ্য বিদ্যাপীঠ), ৰামচৰণ ঠাকুৰীয়া (গিৰিধৰ শৰ্মা আৰু অসম সাহিত্য সভা), ৰমেশ চন্দ্ৰ কলিতা (কামৰূপ সাহিত্য পৰিষদৰ সভাপতি শৰ্মাদেৱ), ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য (গিৰিধৰ শৰ্মা আৰু অধ্যক্ষ পৰিষদ), সতীশ চন্দ্ৰ চৌধুৰী (গিৰিধৰ শৰ্মা আৰু অসম পুঁথিভৰাল সংঘ), নৃপেন্দ্ৰ কুমাৰ দেৱনাথ (ছপাশালৰ ব্যৱসায়ত শৰ্মাদেৱ), বিনয় ভূষণ চৌধুৰী (ৰিহাবাৰী অঞ্চলৰ উন্নয়নত গিৰিধৰ শৰ্মা), সুৰেন্দ্ৰ নাথ শৰ্মা (শৰ্মা ডাঙৰীয়া আৰু ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘ) আৰু ৰজনীকান্ত দেৱ শৰ্মা (গিৰিধৰ শৰ্মা আৰু ধৰ্মীয় অনুষ্ঠান)। তৃতীয় খণ্ডৰ লেখকসকল ক্ৰমে বিৰিঞ্চি কুমাৰ মেধি (শুৱলা পাঠৰ সুৰ ধ্বনি), ৰামমল ঠাকুৰীয়া (প্ৰবেশিকা ৰচনা শিক্ষা), গগন চন্দ্ৰ অধিকাৰী (সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ ঃ এটি দৃষ্টিপাত), সুভেন্দুমোহন ভদ্ৰ (প্ৰবন্ধ বিচিত্ৰাৰ প্ৰবন্ধ), ভগবান মৰল (ব্যাকৰণবিদ গিৰিধৰ শৰ্মা), নৰেন্দ্ৰ নাথ শৰ্মা (অভিধানৰ সংকলয়িতা গিৰিধৰ শৰ্মা) আৰু দুৰ্গেশ্বৰ শৰ্মা (গিৰিধৰ শৰ্মাৰ সাহিত্য সম্ভাৰ)। পৰিশিষ্টত শৰ্মাৰ ৰচনাৰ চানেকি সন্নিবিষ্ট কৰা হৈছে।

প্ৰকাশ ঃ ১৯৮০ চন মূল্য ঃ ১৬.০০ টকা পৃষ্ঠা ১-২৮২



## গোহাঞি বৰুৱা প্ৰতিভা

ড° হৰিশ্চন্দ্ৰ ভট্টাচাৰ্য সম্পাদিত

পদ্মনাথ গোহাঞি বৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত স্মৃতিগ্ৰন্থ। পুথিৰ প্ৰথম ভাগত পদ্মপ্ৰশস্তি আছে। দ্বিতীয়ভাগৰ প্ৰবন্ধসম্ভাৰ হ'ল নীলমণি ফুকনৰ পদ্ম মধুপৰ্ক অৰ্পণ, বেণুধৰ শৰ্মাৰ গোহাঞি বৰুৱাৰ সোঁৱৰণত, হৰেকৃষ্ণ গোহাঞি বৰুৱাৰ পিতৃদেৱক যিদৰে বুজিছিলোঁ। শোণিত কোঁৱৰৰ চকুৰ পচাৰতে গোহাঞি বৰুৱাৰ জীৱনী টোকা, মৃণালী চেতিয়াৰ গোহাঞি বৰুৱাৰ ঘৰুৱা জীৱনত এভুমুকি, কমলেশ্বৰ চলিহাৰ কবিপ্ৰাণ গোহাঞি বৰুৱা, ডিম্বেশ্বৰ শৰ্মাৰ গোহাঞি বৰুৱাৰ কবিতা, ৰামমল ঠাকুৰীয়াৰ গোহাঞি বৰুৱাৰ গহীন নাটক, হেমন্ত কুমাৰ শৰ্মাৰ গোহাঞি বৰুৱাৰ সামাজিক ধেমেলিয়া নাটক, ভগবান মৰলৰ গোহাঞি বৰুৱাৰ উপন্যাস, ড° হৰিনাথ শৰ্মা দলৈৰ গোহাঞি বৰুৱাৰ গদ্য-সাহিত্য, গদাধৰ শৰ্মাৰ গোহাঞি বৰুৱাৰ শ্ৰীকৃষ্ণ আৰু গীতাসাৰ, কেশৱ চন্দ্ৰ গোস্বামী আৰু যতীন্দ্ৰ নাথ গোস্বামীৰ পাঠ্যপুথি প্ৰণেতা গোহাঞি বৰুৱা, নন্দ তালুকদাৰৰ সাংবাদিক গোহাঞি বৰুৱা, মৃণালী চেতিয়াৰ গোহাঞি বৰুৱাৰ আলোচনী আৰু বাতৰি কাকত, দুৰ্গেশ্বৰ শৰ্মাৰ গোহাঞি বৰুৱাৰ জাতীয়তাবোধ, সত্যৰঞ্জন কলিতাৰ গোহাঞি বৰুৱাৰ পত্ৰলেখা ইত্যাদি।

প্ৰকাশ ঃ ১৯৭১ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-২০৮

## চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিভা

শশী শৰ্মা সম্পাদিত

চন্দ্ৰকুমাৰ আগৰৱালাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত স্মৃতিগ্ৰন্থ। পুথিখন পণ্ডিত মনোৰঞ্জন শাস্ত্ৰীৰ শ্লোক আৰু বিনন্দ চন্দ্ৰ বৰুৱাৰ প্ৰশস্তিৰে আৰম্ভ হৈছে। প্ৰবন্ধসমূহ হৈছে মহাদেৱ শৰ্মাৰ বংশ পৰিচয়, পদ্মধৰ চলিহাৰ চন্দ্ৰকুমাৰক মই যেনেকৈ জানো, সোণাৰাম বেজৰ চন্দ্ৰকুমাৰ আগৰৱালাৰ লগত কুৰি বছৰ, বিবেকানন্দ আগৰৱালাৰ ব্যৱসায়ী চন্দ্ৰকুমাৰ, লক্ষ্মীনাথ ফুকনৰ আগৰৱালা মানুহজন, অমিয় কুমাৰ দাসৰ সাংবাদিক চন্দ্ৰকুমাৰ, বেণুধৰ শৰ্মাৰ অসমীয়া সাংবাদিকতাৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালা, অতুল চন্দ্ৰ হাজৰিকাৰ কৰ্মযোগী চন্দ্ৰকুমাৰ, যতীন্দ্ৰ নাথ গোস্বামীৰ চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাৰ ধাৰা,

তাৰিণীকান্ত ভট্টাচাৰ্যৰ চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাত পাশ্চাত্যৰ প্ৰভাৱ, ত্ৰৈলোক্য নাথ গোস্বামীৰ চন্দ্ৰ কুমাৰ আগৰৱালাৰ কবিতা আৰু তাৰ মানবীয় আবেদন, যজ্ঞেশ্বৰ শৰ্মাৰ অসমীয়া সাহিত্য আৰু চন্দ্ৰ কুমাৰ আগৰৱালা, অতুল চন্দ্ৰ বৰুৱাৰ চন্দ্ৰকুমাৰৰ কবিতাৰ অন্তৰালত, যোগেশ দাসৰ চন্দ্ৰকুমাৰৰ সুন্দৰ, হৰিদত্ত শৰ্মাৰ আগৰৱালাৰ কাব্যত প্ৰকৃতি, নন্দ তালুকদাৰৰ চন্দ্ৰকুমাৰৰ কবিতা, দুৰ্গেশ্বৰ শৰ্মাৰ আগৰৱালাৰ কবিতাত আশাবাদ, প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ চন্দ্ৰ কুমাৰ আগৰৱালাৰ সাহিত্য-প্ৰতিভা, হৰিপ্ৰসাদ নেওগৰ আগৰৱালাৰ বীণ বৰাগী আৰু শশী শৰ্মাৰ আগৰৱালাৰ প্ৰতিমা।

প্ৰকাশ ঃ ১৯৬৭ চন মূল্য ঃ ৬.০০ টকা পৃষ্ঠা ১-২৫২

## ডিম্বেশ্বৰ নেওগ স্মৃতি

হৰিপ্ৰসাদ নেওগ সম্পাদিত

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ডিম্বেশ্বৰ নেওগৰ সোঁৱৰণত প্ৰকাশিত স্মৃতিগ্ৰন্থ। ইয়াত আছে ড° মহেশ্বৰ নেওগৰ দাদাৰ জীৱনৰ কথা, প্ৰসন্নলাল চৌধুৰীৰ স্বৰ্গীয় বন্ধু ডিম্বেশ্বৰ নেওগৰ স্মৃতিত, পদ্মধৰ চলিহাৰ নেওগৰ সোঁৱৰণত, দৈৱচন্দ্ৰ তালুকদাৰৰ নেওগৰ লগত মোৰ জীৱনৰ এখিলা পাত, বিনন্দ চন্দ্ৰ বৰুৱাৰ নেওগৰ সোঁৱৰণত, আনন্দ চন্দ্ৰ বৰুৱাৰ ডিম্বেশ্বৰ নেওগ মানুহজন, নলিনীবালা দেৱীৰ স্বৰ্গগত কবি ডিম্বেশ্বৰ নেওগৰ স্মৃতিত, দেৱানন্দ ভৰালীৰ স্মৃতি-তৰ্পণ, জীৱন মাধুৰি নেওগৰ শুকাল শুকাব দিলো চকুতে সি চকুলো এটুপি, তীৰ্থনাথ শৰ্মাৰ ডিম্বেশ্বৰ নেওগ ঃ কবি আৰু মানুহজন, ড° প্ৰফুল্ল দত্ত গোস্বামীৰ জনসাহিত্যৰ ক্ষেত্ৰত নেওগ, ড° হৰিশ্চন্দ্ৰ ভট্টাচাৰ্যৰ সাহিত্যিক জীৱন আৰু অসম সাহিত্য সভা, বিশ্বেশ্বৰ হাজৰিকাৰ ভাষাতাত্ত্বিক ডিম্বেশ্বৰ নেওগ, ডম্বৰু কাকতিৰ ডিম্বেশ্বৰ নেওগ আৰু ঐতিহ্য বিচাৰ, নগেন শইকীয়াৰ নেওগ ঃ গৱেষক আৰু সমালোচক, দুৰ্গেশ্বৰ শৰ্মাৰ নেতা সাহিত্যিক ডিম্বেশ্বৰ নেওগ, যোগেশ দাসৰ কাহিনীকাৰ নেওগ, আব্দুছ ছাত্তাৰৰ ছাত্ৰৰ দৃষ্টিত নেওগ মানুহজন, ত্ৰৈলোক্যনাথ শৰ্মাৰ শিক্ষক নেওগক মই ছাত্ৰ হিচাপে কেনেকৈ জানিছিলোঁ, ড° বেণীমাধৱ বৰুৱাৰ অসমা আৰু নন্দ তালুকদাৰৰ ইন্দ্ৰধনুৰ কবি ডিম্বেশ্বৰ নেওগ। পৰিশিষ্টত নেওগৰ ৰচনাৰ উদ্ধৃতি, চিঠি, গ্ৰন্থপঞ্জী আদি সংযোগ কৰা হৈছে।

প্ৰকাশ ঃ ১৯৬৭ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-২২২



## তত্ত্বপিপাসু উপেন্দ্ৰ চন্দ্ৰ লেখাৰু

ভগবান মৰল সম্পাদিত

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি উপেন্দ্ৰ চন্দ্ৰ লেখাৰুৰ জীৱন আৰু কৰ্মৰ পৰিচয় জ্ঞাপক গ্ৰন্থ। ইয়াৰ আৰম্ভণিতে আছে গদাধৰ দেৱশৰ্মাৰ 'উপেন্দ্ৰ-প্ৰশস্তি' কবিতা। লেখকসকল হ'ল অতুল চন্দ্ৰ হাজৰিকা (তত্ত্বপিপাসু লেখাৰুদেৱ), তীৰ্থনাথ শৰ্মা (লেখাৰুৰ চৰিত্ৰৰ একাধ্যায়), অতুল চন্দ্ৰ বৰুৱা (অধ্যাপক লেখাৰুৰ স্মৃতিৰ সুৰভি), যতীন্দ্ৰ নাথ গোস্বামী (লেখাৰু আৰু অসম সাহিত্য সভা), ড° ভগবান চন্দ্ৰ দেৱগোস্বামী (বৃন্দাবন ধামৰ শ্ৰীকৃষ্ণসেৱক লেখাৰু), ড° সদানন্দ বেজবৰুৱা (গৱেষণা পৰিচালক লেখাৰু), দুৰ্গেশ্বৰ শৰ্মা (উপেন্দ্ৰ চন্দ্ৰ লেখাৰু মানুহজন), ড° বাণীকান্ত কাকতি (লেখাৰুৰ অসমীয়া ৰামায়ণ সাহিত্য), ৰামমল ঠাকুৰীয়া (লেখাৰু প্ৰতিভাৰ স্বাক্ষৰ ঃ ধৰ্মপদ), বাসুদেৱ ভৰালী (লেখাৰুৰ জীৱনী সাহিত্য -ৰজনীকান্ত বৰদলৈ), সতীশ চন্দ্ৰ ভট্টাচাৰ্য (এখন পুৰণি পুথি), ভৱানন্দ ডেকা (অনুপম অনুবাদ গ্ৰন্থ ঃ ভক্তিবিবেক), ড° নবীন চন্দ্ৰ শৰ্মা (লেখাৰুৰ মহৎ কৃতিঃ কথা-গুৰুচৰিত), নলিনী মৰল (লেখাৰুৰ সভাপতিৰ অভিভাষণ এখন চনদ) আৰু হৰিনাথ শৰ্মা (লেখাৰু-সুবচনী)। তৃতীয় ভাগত পৰিয়ালৰ ফালৰ পৰা হিৰণ চন্দ্ৰ বৰুৱা, প্ৰণীতা ফুকন, প্ৰেমদা লেখাৰু, মণিকা বৰবৰা আৰু কুমাৰী গীতিমা লেখাৰুৱে সান্নিধ্যৰ কথা স্মৰণ কৰিছে। পৰিশিষ্টত লেখাৰুৰ সাহিত্য-কৰ্মৰ চানেকি আৰু ৰচনাৱলীৰ কিছু কথা সংযোগ কৰা হৈছে।

প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ১২.০০ টকা পৃষ্ঠা ১-১৮৪

## দেশভক্ত ফুকন স্মৃতিমাল্য

অতুল চন্দ্ৰ হাজৰিকা সম্পাদিত

দেশভক্ত তৰুণৰাম ফুকনৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত আলোচনা গ্ৰন্থ। এই গ্ৰন্থত নালিনীবালা দেৱী, বিনন্দ চন্দ্ৰ বৰুৱা, অতুল চন্দ্ৰ হাজৰিকা, কমলেশ্বৰ চলিহা, মেঘৰাম পাঠকৰ কবিতাৰ উপৰিও সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা, পদ্মধৰ চলিহা, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, মহেন্দ্ৰ মোহন চৌধুৰী, ৰজনী

কান্ত দেৱ শৰ্মা, ঊষা ভট্টাচাৰ্য, নন্দ তালুকদাৰ, নৃপেন ৰাম ফুকন, ললিতা ফুকননী, ৰজনীকান্ত চৌধুৰী, নীলমণি ফুকন, দেবেশ্বৰ শৰ্মা, মহেন্দ্ৰ নাথ ডেকা, হৰেন্দ্ৰ নাথ বৰুৱা, দেবেন্দ্ৰ নাথ শৰ্মা, তীৰ্থনাথ শৰ্মা, হলীৰাম ডেকা, অতুল চন্দ্ৰ বৰুৱা, লীলা দেৱী, জিতেন্দ্ৰ নাথ বুজৰবৰুৱা, তাৰিণীকান্ত ভট্টাচাৰ্য, ৰাম গোস্বামী, যজ্ঞেশ্বৰ শৰ্মা, ত্ৰৈলোক্যনাথ গোস্বামী, দুৰ্গেশ্বৰ শৰ্মা, যতীন্দ্ৰ নাথ গোস্বামী, যোগেশ দাস, নৰেন্দ্ৰ নাথ শৰ্মা, নগেন শইকীয়া, ৰামচৰণ ঠাকুৰীয়া আদিৰ প্ৰবন্ধ আছে।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-২১৭

## নকুল চন্দ্ৰ ভূঞা স্মৃতিগ্ৰন্থ

হৰিপ্ৰসাদ নেওগ সম্পাদিত

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি নকুল চন্দ্ৰ ভূঞাৰ স্মৃতিগ্ৰন্থ। পুথিৰ প্ৰথম খণ্ডত আছে নীলমণি ফুকনৰ ভূঞা-স্মৃতি, পদ্মধৰ চলিহাৰ নকুল চন্দ্ৰ ভূঞাক মই যিদৰে জানো, অতুল চন্দ্ৰ হাজৰিকাৰ নকুল ভূঞাৰ সোঁৱৰণত, বিনন্দ চন্দ্ৰ বৰুৱাৰ ভূঞাক সুঁৱৰি, সৰ্বানন্দ ৰাজকুমাৰৰ সাহিত্যিক ভূঞাক মই যিদৰে জানো, কমল চন্দ্ৰ গোস্বামীৰ চাহ বাগিচাত ভূঞা, হৰিপ্ৰসাদ নিয়োগৰ অসম সাহিত্য সভা আৰু নকুল চন্দ্ৰ ভূঞা, মাধৱ ভূঞাৰ স্মৃতি তুমি কথা কোৱা আৰু বেণুধৰ শৰ্মাৰ নকুল চন্দ্ৰ ভূঞাৰ বুৰঞ্জী চৰ্চা। দ্বিতীয় খণ্ডত আছে যতীন্দ্ৰ নাথ গোস্বামীৰ নকুল চন্দ্ৰ ভূঞাৰ সাহিত্য কৰ্মৰ পৰিচয়, হৰিচন্দ্ৰ ভট্টাচাৰ্যৰ নাট্যকাৰ ভূঞা, নগেন শইকীয়াৰ নকুল চন্দ্ৰ ভূঞাৰ চুটি গল্প আৰু চৈয়দ আব্দুল মালিকৰ বহাগী। পৰিশিষ্টত ভূঞাৰ ৰচনাৰ উদ্ধৃতি, পত্ৰলেখা, শোক বতৰা আদি দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৬৯ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-৪৪-৯৪

## নলিনীবালা দেৱী

ড° হেমন্ত কুমাৰ শৰ্মা সম্পাদিত

এইখন অসম সাহিত্য সভাৰ প্ৰাক্তন সভানেত্ৰী নলিনীবালা দেৱীৰ স্মৃতিগ্ৰন্থ। গ্ৰন্থখন আৰম্ভ হৈছে মনোৰঞ্জন শাস্ত্ৰীৰ প্ৰশস্তিৰে, ক্ৰমে বিনন্দ চন্দ্ৰ বৰুৱা, আনন্দ



চন্দ্ৰ বৰুৱা আৰু ভৱানন্দ ৰাজখোৱাৰ কবিতাৰে। প্ৰবন্ধসমূহ হ'ল ড° মহেশ্বৰ নেওগৰ নলিনীবালা আইলৈ মনত পৰিলে, ড° হেমন্ত কুমাৰ শৰ্মাৰ দেশ বৰেণ্যা নলিনী বালা দেৱী, কনক চন্দ্ৰ ডেকাৰ নলিনীবালাৰ জীৱনত পিতৃৰ প্ৰভাৱ, নাৰায়ণ বেজবৰুৱাৰ কবি নলিনী বালাৰ সান্নিধ্যত, অতুল চন্দ্ৰ হাজৰিকাৰ মহীয়সী নলিনীবালা আৰু অসম সাহিত্য সভা, শশী শৰ্মাৰ নলিনী-প্ৰতিভাৰ পটভূমি, অতুল চন্দ্ৰ বৰুৱাৰ কাব্য ভাৰতী নলিনী বালা দেৱীৰ কবিতাৰ উৎস, ড° উপেন্দ্ৰ নাথ গোস্বামী, ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য আৰু উপেন বৰকটকীৰ নলিনীবালাৰ কবিতাত ৰহস্যবাদ, ড° কালিচৰণ দাস আৰু সুধেন্দু মোহন ভদ্ৰৰ নলিনী কাব্যৰ সুৰ, ৰজনীকান্ত দেৱ শৰ্মাৰ নলিনী-কবিতাত ভাৰতীয় সুৰ, আব্দুছ ছাত্তাৰৰ নলিনী-কাব্যত দেশপ্ৰেম, ৰাজেন্দ্ৰ নাথ হাজৰিকাৰ নলিনীবালাৰ কবিতাত নাৰী, দুৰ্গেশ্বৰ শৰ্মাৰ অলকানন্দা, নলিনীধৰ ভট্টাচাৰ্যৰ নলিনীবালাৰ কাব্যত ছন্দ-সজ্জা, নৰেন্দ্ৰ নাথ শৰ্মাৰ নলিনী কাব্যৰ অলংকাৰ, অৰুণিমা ভৰালীৰ নলিনীবালা দেৱীৰ নাটক, ড° নবীন চন্দ্ৰ শৰ্মাৰ শান্তিপথ, যোগেশ দাসৰ এৰি অহা দিনবোৰ, যতীন্দ্ৰ নাথ গোস্বামী আৰু সত্যেন্দ্ৰ নাৰায়ণ গোস্বামীৰ নলিনীবালাৰ গদ্য সম্ভাৰ, ৰামচৰণ ঠাকুৰীয়াৰ নলিনীবালাৰ জীৱনী-সাহিত্য, নন্দ তালুকদাৰৰ নলিনীবালাৰ অপ্ৰকাশিত ৰচনাৰাজি আৰু ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ অসমীয়া সাহিত্যত নলিনীবালাৰ দেৱীৰ স্থান। স্মৃতি-মাধুৰীৰ লেখক-লেখিকাসকল হ'ল উপেন্দ্ৰ কুমাৰ চাংকাকতি, ঊষাৰাণী দেৱী, অৰুণা বৰদলৈ, ডাঃ প্ৰবীৰ কুমাৰ বৰদলৈ, গীতা হাতীকাকতী, ৰেণু শৰ্মা, ড° কৈলাস চন্দ্ৰ শৰ্মা আৰু এলি আহমেদ। পৰিশিষ্টত (২৭৩-৯৩) আৱশ্যকীয় সংবাদ সংযোগ কৰা হৈছে।

প্ৰকাশ ঃ ১৯৭৯ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ১-২৯৩

## প্ৰাচ্যবিদ্যাৰ্ণৱৰ কৃষ্ণকান্ত

আব্দুছ ছাত্তাৰ সম্পাদিত

এই গ্ৰন্থত কৃষ্ণকান্ত সন্দিকৈৰ জীৱন, কৰ্ম আৰু প্ৰতিভাৰ বিভিন্ন দিশত আলোকপাত কৰা হৈছে। এই স্মৃতিগ্ৰন্থত আছে আব্দুছ ছাত্তাৰৰ সুদীৰ্ঘ ভূমিকা, অতুল চন্দ্ৰ হাজৰিকাৰ সন্দিকৈৰ জীৱনৰ দিশৰ ৰূপ, ড° মহেশ্বৰ নেওগৰ অধ্যাপক কৃষ্ণকান্ত সন্দিকৈ, চৈয়দ আব্দুল মালিকৰ দূৰে দূৰে কাষে কাষে, ড° আদিনাথ উপাধ্যাৰ ঋষিতুল্য পণ্ডিত অধ্যাপক কৃষ্ণকান্ত সন্দিকৈ, যতীন্দ্ৰ নাথ গোস্বামীৰ

কৃষ্ণকান্ত সন্দিকৈৰ অসমীয়া ৰচনা, ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ যশস্তিলকত ব্যংগৰস ঃ সন্দিকৈৰ দৃষ্টিৰে, ড° বিশ্বনাৰায়ণ শাস্ত্ৰীৰ নৈষধ চৰিত্ৰ আৰু সন্দিকৈৰ অনুবাদ, পবনাথ শৰ্মাৰ এজন ছাত্ৰৰ দৃষ্টিৰে অধ্যক্ষ কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়া, যোগেশ্বৰ শৰ্মাৰ কৃষ্ণকান্ত সন্দিকৈ আৰু ভাৰতীয় সংস্কৃতি, ডিম্বেশ্বৰ দয়াল শৰ্মাৰ অসম সাহিত্য সভা আৰু কৃষ্ণকান্ত সন্দিকৈ, মুনীন বৰকটকীৰ আৰ্হি পুৰুষ সন্দিকৈ ঃ মহান একজেমপ্লাৰ, ড° নগেন শইকীয়াৰ প্ৰাচ্যবিদ্যাৰ্ণৱৰ বিশিষ্টতা অনুধাৱন, পৰাগ চলিহাৰ ব্যক্তিত্ব আৰু পাণ্ডিত্য, ৰাধানাথ হাজৰিকাৰ মই জনা মানুহজন আৰু অহল্যা গগৈৰ দেউতাৰ সোঁৱৰণত প্ৰবন্ধ। পৰিশিষ্টত কিছু তথ্য সংযোগ কৰা হৈছে।

প্ৰকাশ ঃ ১৯৮৪ চন মূল্য ঃ ২৫.০০ টকা পৃষ্ঠা ১-২৫৬

**বেজবৰুৱাৰ প্ৰতিভা**

মহেশ চন্দ্ৰ দেৱ গোস্বামী সম্পাদিত

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে আলোচনমূলক গ্ৰন্থ। প্ৰবন্ধসমূহ হ'ল নীলমণি ফুকনৰ বিৰাট পুৰুষ লক্ষ্মীনাথ, পদ্মধৰ চলিহা আৰু নকুল চন্দ্ৰ ভূঞাৰ বেজবৰুৱাক মই যিদৰে জানো, বিনন্দ চন্দ্ৰ বৰুৱাৰ বেজবৰুৱা মানুহজন, নলিনী বালা দেৱীৰ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা, অতুল চন্দ্ৰ হাজৰিকাৰ বেজবৰুৱাৰ পৰামৰ্শ, আনন্দ চন্দ্ৰ বৰুৱাৰ সাহিত্যৰথী বেজবৰুৱাৰ ব্যক্তিত্ব, অমিয় কুমাৰ দাসৰ সাংবাদিক বেজবৰুৱা, যজ্ঞেশ্বৰ শৰ্মাৰ বেজবৰুৱা আৰু আমাৰ সত্ৰসমূহ, সৰ্বেশ্বৰ বাজগুৰুৰ বেজবৰুৱাৰ ঐতিহ্যপ্ৰীতি আৰু জাতীয়তাবোধ, হোমেন বৰগোহাঞিৰ বেজবৰুৱাৰ চুটিগল্প, অতুল চন্দ্ৰ গোস্বামীৰ ঔপন্যাসিক লক্ষ্মীনাথ বেজবৰুৱা, হৰিশ্চন্দ্ৰ ভট্টাচাৰ্যৰ নাট্যকাৰ বেজবৰুৱা, নিৰ্মলপ্ৰভা বৰদলৈৰ বেজবৰুৱাৰ কবিতা, ভূপেন হাজৰিকাৰ গীতিকাৰ লক্ষ্মীনাথ, বিশ্বেশ্বৰ হাজৰিকাৰ বেজবৰুৱাৰ গদ্যশৈলী, মহেশ চন্দ্ৰ দেৱ গোস্বামীৰ বেজবৰুৱাৰ হাঁহিলী ৰচনা, শশী শৰ্মাৰ কাৰ্টুনিষ্ট বেজবৰুৱা, যোগেন্দ্ৰ নাৰায়ণ ভূঞাৰ বেজবৰুৱাৰ সাহিত্যত নাৰী চৰিত্ৰ, তাৰিণীকান্ত ভট্টাচাৰ্যৰ বেজবৰুৱাৰ সাহিত্যত পাশ্চাত্য প্ৰভাৱ, নন্দ তালুকদাৰৰ শিশু-সাহিত্যিক বেজবৰুৱা আৰু হৰিপ্ৰসাদ নেওগৰ বেজবৰুৱাৰ সমসাময়িক সমাজ। পৰিশিষ্টত আঠোতা প্ৰবন্ধ আৰু বেজবৰুৱাৰ জীৱন আৰু ৰচনাৰাজিৰ টোকা দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৬৮ চন মূল্য ঃ ৭.০০ টকা পৃষ্ঠা ১-২৫১



**বাগ্মীবৰ নীলমণি ফুকন**

যোগেন্দ্ৰ নাৰায়ণ ভূঞা

বাগ্মীবৰ ফুকনৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে তেওঁৰ জীৱন আৰু কৰ্মৰ পৰিচয়াত্মক গ্ৰন্থ। দুই খণ্ডত বিভক্ত পুথিৰ প্ৰথম খণ্ডৰ প্ৰবন্ধসমূহ হ'ল -যতীন্দ্ৰ নাথ গোস্বামীৰ বাগ্মীবৰ নীলমণি ফুকনৰ জীৱনী, নলিনীবালা দেৱীৰ বাগ্মীবৰ নীলমণি ফুকন, অমিয় কুমাৰ দাসৰ বাগ্মীবৰ ফুকন ঃ মানুহজন, ব্যক্তিত্ব, অতুল চন্দ্ৰ হাজৰিকাৰ বাগ্মীবৰ ককাৰ স্মৃতিৰ চেঁকুৰা, যজ্ঞেশ্বৰ শৰ্মাৰ ফুকনৰ সোঁৱৰণ, বিনন্দ চন্দ্ৰ বৰুৱাৰ ফুকন ককাৰ কথা, ৰামচন্দ্ৰ দাসৰ ফুকনৰ বিষয়ে মোৰ মনত পৰা কথা, ৰাধানাথ হাজৰিকাৰ মোৰ দৃষ্টিত নীলমণি ফুকন, ৰাইছকুৰ্নী বৰাৰ চেলুলয়ডত ককা নীলমণি ফুকন; দ্বিতীয় খণ্ডত আছে আব্দুছ ছাত্তাৰৰ ককা নীলমণি ফুকন আৰু অসম সাহিত্য সভা, বিজয় চন্দ্ৰ ভাগৱতীৰ ৰাজনীতি ক্ষেত্ৰত বাগ্মীবৰ ফুকন, আনন্দ চন্দ্ৰ বৰুৱাৰ সাংবাদিক নীলমণি ফুকন, উমেশ চন্দ্ৰ শৰ্মাৰ সংৰক্ষিণী, জাতীয় মহাসভা আৰু বাগ্মীবৰ ফুকন, ডিম্বেশ্বৰ শৰ্মাৰ সংগঠন পটু বাগ্মীবৰ ফুকন, নলিনীধৰ ভট্টাচাৰ্যৰ বাগ্মীবৰ নীলমণি ফুকনৰ কবিতা, ড° কালীচৰণ দাসৰ বাগ্মীবৰ নীলমণি ফুকনৰ কাব্য-দৰ্শন, অমল ৰাজখোৱাৰ নীলমণি ফুকনৰ কাব্যত মৃত্যু চেতন আৰু নাৰায়ণ দাসৰ অসমীয়া সাহিত্যৰ বুৰঞ্জীত নীলমণি ফুকনৰ স্থান। পৰিশিষ্টৰ প্ৰবন্ধকেইটাৰ পৰাও ফুকনৰ জীৱনৰ কিছু কথা জানিব পাৰি।

প্ৰকাশ ঃ ১৯৮০ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-১৪৮-২৮

**ভগৱতী প্ৰসাদ বৰুৱা**

ড° মহেশ্বৰ নেওগ সম্পাদিত

এই পুথিত আছে ভগৱতী প্ৰসাদ বৰুৱাৰ 'ৰচনাৱলী আৰু তেওঁৰ লেখা।' ইয়াত তেওঁৰ আঠোটা কবিতা, ছটা গদ্য-ৰচনা, বিভিন্ন ব্যক্তিলৈ লেখা চিঠি আৰু আনৰ দৃষ্টিত ভগৱতী প্ৰসাদ আদি আছে।

প্ৰথম প্ৰকাশ ঃ ১৯৮৩ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-১২১

দ্বিতীয় প্ৰকাশ ঃ ১৯৮৩ চন

**ৰঘুনাথ চৌধাৰী স্মৃতিগ্ৰন্থ**

হৰিপ্ৰসাদ নেওগ সম্পাদিত

এই পুথিত যোল্লটা প্ৰবন্ধৰ জৰিয়তে চৌধাৰী মানুহজন, তেওঁৰ প্ৰকৃতি আৰু সাহিত্য-কৰ্মৰ কথা আলোচনা কৰা হৈছে। প্ৰবন্ধসমূহ হ'ল অতুল চন্দ্ৰ হাজৰিকাৰ বিহগী কবিৰ ব্যক্তিত্ব, অতুল চন্দ্ৰ বৰুৱাৰ বিহগী কবিৰ সাদৰী, ৰামমল ঠাকুৰীয়াৰ চৌধাৰীৰ দহিকতৰা, যোগেন্দ্ৰ নাৰায়ণ ভূঞাৰ চৌধাৰীৰ কেতেকী, আব্দুছ ছাত্তাৰ কবি চৌধাৰীৰ কাৰবালা, হৰিনাথ শৰ্মা দলৈৰ চৌধাৰীৰ নৱমল্লিকা আৰু গদ্য ৰচনা, বীৰেন বৰকটকীৰ চৌধাৰীৰ কবিতাত প্ৰকৃতি, হেমন্ত কুমাৰ শৰ্মাৰ চৌধাৰীৰ কবিতাত অলংকাৰ আৰু ছন্দ, ভবেন বৰুৱাৰ ৰঘুনাথ চৌধাৰীৰ কবিতা, নৰকান্ত বৰুৱাৰ কবি ৰঘুনাথ, কমলেশ্বৰ শৰ্মাৰ ৰোমান্টিক কবি ৰঘুনাথ চৌধাৰী, ড° হৰিশ্চন্দ্ৰ ভট্টাচাৰ্যৰ বিহগী কবিৰ ডেউকাৰ আঁৰে আঁৰে, যোগেশ দাসৰ ব্যক্তিত্বৰ কেইটামান দিশ, গুণাভিৰাম চৌধাৰীৰ ৰঘু আতা আৰু নন্দ তালুকদাৰৰ আতাৰ জীৱনৰ কথা। পৰিশিষ্টত চৌধাৰীৰ কেতেকী, দহিকতৰা আৰু সাদৰী সম্পৰ্কে কেইজনমান ব্যক্তিৰ অভিমত, চৌধাৰীৰ ৰচনাৰ উদ্ধৃতি আৰু পত্ৰ সন্নিবিষ্ট কৰা হৈছে।

প্ৰকাশ ঃ ১৯৬৮ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-৯৬

**ৰত্নকান্ত বৰকাকতী**

বিশ্বনাৰায়ণ শাস্ত্ৰী সম্পাদিত

অসম সাহিত্য সভাৰ বিংশ (নাজিৰা) সন্মিলনৰ সভাপতি ৰত্নকান্ত বৰকাকতীৰ স্মৃতিগ্ৰন্থ। ইয়াৰ প্ৰবন্ধসমূহ হ'ল - ড° সূৰ্য কুমাৰ ভূঞাৰ স্বৰ্গীয় ৰত্নকান্ত বৰকাকতী, মিত্ৰদেৱ মহন্তৰ কবিৱৰ বৰকাকতী ঃ এটি সাক্ষাৎ, লক্ষ্মীনাথ ফুকনৰ শেৱালি-কবি ৰত্নকান্ত বৰকাকতী, ড° মহেশ্বৰ নেওগৰ বৰকাকতীৰ কবিতাত ৰবীন্দ্ৰনাথৰ প্ৰভাৱ, সৰ্বেশ্বৰ ৰাজগুৰুৰ বৰকাকতীৰ সাহিত্য-সাধনাৰ আভাস, লক্ষেশ্বৰ হাজৰিকাৰ ৰত্নহাৰ, হেমন্ত কুমাৰ শৰ্মাৰ শেৱালি কবিৰ প্ৰেমৰ কবিতা, হেমপ্ৰভা হাজৰিকাৰ শেৱালি মৰহি যায় আৰু ৰোহিত চন্দ্ৰ বেজবৰুৱাৰ শেৱালি কবি ৰত্নকান্ত বৰকাকতীৰ সৌৰৱণত।

প্ৰকাশ ঃ ১৯৬৫ চন মূল্য ঃ ১.২৪ টকা পৃষ্ঠা ১-৯৮



**হেম বৰুৱা**

যোগেশ দাস সম্পাদিত

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি হেম বৰুৱাৰ জীৱন, কৰ্ম আৰু প্ৰতিভাৰ পৰিচয়জ্ঞাপক এইখন স্মৃতিগ্ৰন্থ। তিনিখণ্ডত বিভক্ত এই গ্ৰন্থত বিশটা প্ৰবন্ধ আছে। লেখকসকল হ'ল - নন্দ তালুকদাৰ (হেম বৰুৱা ঃ এটি জীৱনালেখ্য), কমল নাৰায়ণ চৌধুৰী (প্ৰীতিৰ হেমহাৰ হেম বৰুৱা), মহিম বৰা (ব্যক্তিত্বৰ মোহ), অণু বৰুৱা ( পত্নীৰ দৃষ্টিৰে), পৱনাথ শৰ্মা (হেম বৰুৱা ছাৰৰ স্মৃতি), ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য (ছাত্ৰ আৰু সতীৰ্থৰ দৃষ্টিৰে), ড° নিৰ্মলপ্ৰভা বৰদলৈ (মই জনা মানুহজন), প্ৰফুল্ল কুমাৰ বৰুৱা (ভাতৃ হিচাপে), অতুল চন্দ্ৰ হাজৰিকা (জনতা দৰদী হেম বৰুৱা), বিজয় চন্দ্ৰ ভাগৱতী (সংসদত হেম বৰুৱা), শশী শৰ্মা (জনজীৱনৰ দৃষ্টিত), চুজাউদ্দিন আহমদ (ৰাজনৈতিক সহকৰ্মীৰূপে), বিশ্ব গোস্বামী (সমাজবাদী আন্দোলনত হেম বৰুৱা), ত্ৰৈলোক্যনাথ গোস্বামী (আধুনিক অসমীয়া সাহিত্যত হেম বৰুৱাৰ স্থান), অতুল চন্দ্ৰ বৰুৱা (হেম বৰুৱাৰ জীৱন দৰ্শন আৰু সাহিত্য), নৰকান্ত বৰুৱা (হেম বৰুৱা আৰু তৎকালীন কবি গোষ্ঠী), উপেন্দ্ৰ নাথ শৰ্মা (হেম বৰুৱাৰ ইংৰাজী ৰচনা), নগেন শইকীয়াৰ (কন্নকী ঃ কিউপিড আৰু ছাইকী), ড° হেমন্ত কুমাৰ শৰ্মা (হেম বৰুৱাৰ ভ্ৰমণ-সাহিত্য) আৰু যোগেশ দাস (এছাটি পছোৱা)।

প্ৰকাশ ঃ ১৯৭৯ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-২৪৪

**হিতেশ্বৰ বৰবৰুৱা স্মৃতিমালা**

নগেন শইকীয়া সম্পাদিত

হিতেশ্বৰ বৰবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত স্মৃতিগ্ৰন্থ। এই সংকলনত আছে বিনন্দ চন্দ্ৰ বৰুৱাৰ কবিতা 'কবি তুমি যাউতি যুগীয়া', যতীন্দ্ৰ নাথ গোস্বামীৰ হিতেশ্বৰ বৰবৰুৱা, ড° মহেশ্বৰ নেওগৰ হিতেশ্বৰ বৰবৰুৱা আৰু তেওঁৰ ৰচনাৱলী, পূৰ্ণানন্দ শইকীয়াৰ হিতেশ্বৰ বৰবৰুৱাৰ কাব্য, ড° শৈলেন ভৰালীৰ মালিতা, ড° মহেন্দ্ৰ বৰাৰ ছন্দ-শিল্পী বৰবৰুৱা, ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ হিতেশ্বৰ বৰবৰুৱাৰ মহাকাব্যোপম ৰচনাৱলী, লীলা গগৈৰ আহোমৰ দিন, ড°

মহেন্দ্ৰ বৰাৰ ঢোপাকলি আৰু বিৰহিনীৰ বিলাপ, আনন্দ চন্দ্ৰ বৰুৱাৰ কবি হিতেশ্বৰ বৰবৰুৱা। পৰিশিষ্টত পত্ৰৰ গঢ়ত আত্মজীৱনীৰ আভাস আৰু ওপৰঞ্চিত শতবাৰ্ষিকী উছৱৰ স্মৃতিমাল্য উন্মোচক ড° মহেশ্বৰ নেওগ আৰু উছৱৰ সভাপতি ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ ভাষণ সন্নিবিষ্ট।

প্ৰকাশ ঃ ১৯৭৬ চন মূল্য ঃ ৬.০০ টকা পৃষ্ঠা ১-১৫০

**দিখৌ পৰীয়া বীণ-বৰাগী**

দীপালী ভট্টাচাৰ্য্য বৰুৱা

বনফুলৰ কবি যতীন্দ্ৰ নাথ দুৱৰাৰ জন্ম শত বাৰ্ষিকী উপলক্ষে এই জীৱনী গ্ৰন্থ প্ৰকাশ কৰা হয়। এই গ্ৰন্থত দুৱৰাদেৱৰ গ্ৰন্থ সমূহৰ বিষয়েও আলোচনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৯৩ চন মূল্য ঃ ৩০.০০ টকা পৃষ্ঠা ৫-১২৩

**যুদ্ধ বিভীষিকা**

হৰিপ্ৰসাদ চলিহা

দ্বিতীয় মহাসমৰৰ আঁৰৰ ব্যক্তি বিশেষৰ ভূমিকা এই গ্ৰন্থৰ বিষয়। ঠিক জীৱনী নহয়, যুদ্ধৰ গাত ভেজা দি লেখা কিছুমান টুকুৰা কাহিনী, যি কাহিনীয়ে দ্বিতীয় বিশ্ব মহাসমৰৰ সংক্ৰান্ত কেতবোৰ আঁৰৰ কথা পোহৰলৈ আনিছে আৰু তেনেবোৰ আঁৰৰ কথাৰ সৈতে জড়িত যুদ্ধ সংশ্লিষ্ট খ্যাতনামা ব্যক্তি কিছুৰ বুদ্ধিমত্তা, কাৰ্যদক্ষতা কিম্বা বিপৰ্যয় উদঙাই দিছে। চমু চমুকৈ তেনে সত্তৰজন ব্যক্তিৰ কথা ইয়াত সামৰি লোৱা হৈছে।

প্ৰকাশ ঃ ১৯৯৩ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ৪-৮৯

**হৰিমোহন সৰকাৰঃ স্মৃতিমাল্য**

সংকলক - সম্পাদক ঃ ভৰত চন্দ্ৰ ডেকা, লক্ষী নাথ পাংগিং

হৰিমোহন সৰকাৰৰ জীৱন বুৰঞ্জী। তেখেতৰ জীৱনৰ বিভিন্ন দিশ সম্পৰ্কে গ্ৰন্থত আলোচনা কৰা হৈছে।

প্ৰকাশ ঃ চন মূল্য ঃ টকা পৃষ্ঠা



**বেণুধৰ শৰ্মা ব্যক্তিত্ব আৰু প্ৰতিভা**

সংকলক-সম্পাদক ঃ উপেন্দ্ৰ বৰকটকী

বেণুধৰ শৰ্মাৰ জন্ম শত-বৰ্ষ উপলক্ষে তেখেতৰ ব্যক্তিত্ব আৰু প্ৰতিভাৰ বিভিন্ন দিশ সামৰি এখন গ্ৰন্থ প্ৰকাশ কৰিবলৈ লোৱা সিদ্ধান্তৰ ফল এই গ্ৰন্থ। এই গ্ৰন্থত সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মা, নীলিমা দত্ত, হোমেন বৰগোহাঞি, ড° সত্যেন্দ্ৰ নাথ শৰ্মা, মহিম বৰা, ঈশ্বৰ প্ৰসাদ চৌধুৰী, ড° নিৰ্মলপ্ৰভা বৰদলৈ, মহেশ্বৰ চুতিয়া, ব্ৰজবালা দেৱী, লিণেশ্বৰ বৰকাকতী, ড° সৰ্বেশ্বৰ ৰাজগুৰু, নলিনীধৰ ভট্টাচাৰ্য, পৰাগ চলিহা, যোগেন্দ্ৰ নাৰায়ণ ভূঞা, ৰাম গোস্বামী, কীৰ্তিনাথ হাজৰিকা, তিলক হাজৰিকা, ড° লীলা গগৈ, যতীন্দ্ৰ নাথ গোস্বামী, আৰধনা দত্ত, নৰেন্দ্ৰ দেৱ গোস্বামী আৰু প্ৰমোদ ভট্টাচাৰ্যই বিভিন্ন দিশত আলোকপাত কৰিছে।

প্ৰকাশ ঃ ১৯৯৪ চন মূল্য ঃ ৪০.০০ টকা পৃষ্ঠা ৯-২২১-৩

**অধ্যাপক বাণীকান্ত কাকতি**

ড° মালিনী গোস্বামী

প্ৰথিতযশা পণ্ডিত ড° বাণীকান্ত কাকতিদেৱৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে সভাই প্ৰকাশ কৰা গ্ৰন্থ। গ্ৰন্থখনত কাকতিদেৱৰ জীৱনী, তেখেতৰ ব্যক্তিত্বৰ উপৰিও তেখেতৰ বিভিন্ন ৰচনা সম্পৰ্কে সকলো শ্ৰেণীৰ পঢ়ুৱৈ সমাজৰ উপকাৰত অহাকৈ প্ৰস্তুত কৰিছে।

প্ৰকাশ ঃ ১৯৯৫ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ২-৬০

**ডক্টৰ সূৰ্য্য কুমাৰ ভূঞা ব্যক্তিত্ব আৰু সাধনা**

সম্পাদক ঃ ভৱপ্ৰসাদ চলিহা

ড° ভূঞাদেৱৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে তেখেতৰ প্ৰতিভাৰ বিভিন্ন দিশ সামৰি এই গ্ৰন্থ প্ৰকাশ কৰা হৈছে। ড° মুকুন্দ মাধৱ শৰ্মাৰ স্মৃতি তৰ্পণেৰে আৰম্ভ কৰা গ্ৰন্থখনত ভূঞাদেৱৰ নিম্নোলিখিত বিষয়ত বিভিন্নজনে আলোকপাত কৰিছে- 'ডক্টৰ সূৰ্য্য কুমাৰ ভূঞাৰ ৰচনাৱলী', 'ড° সূৰ্য্য কুমাৰ ভূঞাৰ সাহিত্য কৃতী', 'ডক্টৰ সূৰ্য্য 'সূৰ্য্য কুমাৰ ভূঞাৰ কবিতা', 'বুৰঞ্জী সম্পাদনাত সূৰ্য্য কুমাৰ ভূঞা',

কুমাৰ ভূঞাৰ বুৰঞ্জীমূলক অনুসন্ধানৰ উৎস', 'ঐতিহাসিক পণ্ডিত ডক্টৰ সূৰ্য্য কুমাৰ ভূঞা', 'জীৱনীকাৰ সূৰ্য্য কুমাৰ ভূঞা', 'অসম সাহিত্য সভা আৰু সূৰ্য্য কুমাৰ ভূঞা', 'ডক্টৰ সূৰ্য্য কুমাৰ ভূঞাৰ এলানি অগ্ৰন্থিত প্ৰবন্ধ', 'ভূঞা ছাৰৰ সোঁৱৰণত', 'ডক্টৰ সূৰ্য্য কুমাৰ ভূঞাৰ চুটিগল্প', 'বিলাতত সূৰ্য্য কুমাৰ ভূঞা', 'ডক্টৰ ভূঞা আৰু তেখেতৰ সংস্পৃক্ত অনুষ্ঠান সমূহ', 'মোৰ ভূঞা ছাৰ', 'সূৰ্য্য কুমাৰ ভূঞাৰ ব্যক্তিত্বত এভূমুকি', 'ড° সূৰ্য্য কুমাৰ ভূঞাৰ গদ্যৰীতি', 'ড° সূৰ্য্য কুমাৰ ভূঞাৰ এখন মহৎ গ্ৰন্থ ঃ লাচিত বৰফুকন এণ্ড হিজ টাইম্‌চ', 'ডক্টৰ ভূঞাৰ ৰমণী গাভৰু', 'ড° সূৰ্য্য কুমাৰ ভূঞাৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি', 'ডক্টৰ সূৰ্য্য কুমাৰ ভূঞাৰ অৱদান', 'ড° সূৰ্য্য কুমাৰ ভূঞাৰ চমু জীৱন-পঞ্জী আৰু গ্ৰন্থ-পঞ্জী আৰু ড° ভূঞাৰ বংশ পৰিচয়'।

প্ৰকাশ ঃ ১৯৯৬ চন মূল্য ঃ ৬০.০০ টকা পৃষ্ঠা ৮-২৫২

## ড° মহেশ্বৰ নেওগৰ ব্যক্তিত্ব আৰু প্ৰতিভা

সম্পাদক ঃ নগেন চৌধুৰী

নেওগ ডাঙৰীয়াই অৰ্ধশতকৰো ওপৰকাল জোৰা সাহিত্য সাধনাৰে নিজকে এটি স্বয়ং সম্পূৰ্ণ অনুষ্ঠানত পৰিণত কৰি থৈ গৈছে। তেখেতৰ মৃত্যুত সভাই তেখেতৰ জীৱন আৰু কৰ্মৰাজি সোঁৱৰণ কৰি এই গ্ৰন্থ প্ৰকাশ কৰিছে। এই গ্ৰন্থত সন্নিবিষ্ট লিখনি সমূহ হ'ল- ড° নগেন শইকীয়াৰ 'ড° মহেশ্বৰ নেওগৰ কৃতিত্ব', ড° কেশবানন্দ দেৱ গোস্বামীৰ 'অসমৰ বৈষ্ণৱ পৰম্পৰাৰ স্মৰণীয় ব্যক্তি ড° নেওগ', প্ৰভাত চন্দ্ৰ দাসৰ 'শংকৰী সাহিত্য সংস্কৃতিৰ প্ৰবক্তা ড° মহেশ্বৰ নেওগ' ড° সতীশ চন্দ্ৰ ভট্টাচাৰ্য্যৰ 'পুৰাতত্ত্ববিদ ড° মহেশ্বৰ নেওগ', ড° গোবিন্দ প্ৰসাদ শৰ্মাৰ 'জীৱনীকাৰ ড° মহেশ্বৰ নেওগ', নগেন চৌধুৰীৰ 'অসাধাৰণ ব্যক্তিত্বৰ অধিকাৰী ড° মহেশ্বৰ নেওগ', নৰেন্দ্ৰদেৱ শাস্ত্ৰীৰ 'ড° মহেশ্বৰ নেওগৰ ভাষাতাত্ত্বিক অৱদান', ড° দিপ্তী ফুকন পাটগিৰিৰ 'ড° নেওগৰ আখৰ জোঁটনিৰ বিশেষত্ব' ড° শৈলেন ভৰালীৰ ' অসমীয়া সাহিত্যৰ ইতিহাস আৰু ড° নেওগ', যোগেশ দাসৰ 'ড° মহেশ্বৰ নেওগৰ আত্মজীৱনী', ড° দুৰ্গেশ্বৰ শৰ্মাৰ 'অসমৰ ধৰ্মৰ বুৰঞ্জী', ভৱপ্ৰসাদ চলিহাৰ 'ড° নেওগৰ কীৰ্তিস্তম্ভ ঃ শঙ্কৰদেৱ এণ্ড হিজ



টাইম্‌চ', ড° হীৰেণ গোঁহাইৰ 'বিদ্যাৰ মহানায়ক মহেশ্বৰ নেওগ', ৰাম গোস্বামীৰ 'দুৰ্লভ আৰু জনপ্ৰিয় ব্যক্তি ড° মহেশ্বৰ নেওগ', শান্তনু কৌশিক বৰুৱাৰ 'ড° মহেশ্বৰ নেওগ আৰু কৰ্ম', ৰবীন্দ্ৰ বৰাৰ ড° নেওগৰ কবি প্ৰতিভা', ফটিক চন্দ্ৰ চৌধুৰীৰ 'ড° মহেশ্বৰ নেওগ আৰু অসম সাহিত্য সভা', ড° নাৰায়ণ দাসৰ 'ড° নেওগৰ নিবন্ধ সাহিত্য (পুৰণি ভাগ), জীৱন মাধুৰী নেওগ বৰাৰ 'খুৰাদেউৰ ৰগৰ', ড° নৰেণ কলিতাৰ 'সত্ৰীয়া গীত পদৰ গ্ৰন্থ আৰু ড° নেওগ', প্ৰফুল্ল চন্দ্ৰ বৰাৰ 'ড° নেওগৰ লোক-সাহিত্য অধ্যয়ন', নিৰোদ চৌধুৰীৰ 'স্মৃতিৰ অনুৰণন' আৰু ৰবীন চৌধুৰীৰ 'মোৰ দৃষ্টিত নেওগ ছাৰ'।

প্ৰকাশ ঃ ১৯৯৬ চন মূল্য ঃ ৪০.০০ টকা পৃষ্ঠা ৪-১৬৮

## অভিনয়াচাৰ্য্য ব্ৰজনাথ শৰ্মা ঃ জীৱন আৰু সংগ্ৰাম

ধীৰেণ শৰ্মা

কুৰি শতিকাৰ প্ৰথম দশকতে কু-সংস্কাৰেৰে আচ্ছন্ন অসমীয়া সমাজত সহ-অভিনয়ৰ পাতনি মেলা, অসীম সাহসী মুক্তি সংগ্ৰামী শৰ্মা দেৱৰ জীৱন বৃত্তান্ত এই গ্ৰন্থ।

প্ৰকাশ ঃ ১৯৯৬ চন মূল্য ঃ ১৮.০০ টকা পৃষ্ঠা ১-৫১

## পাৰ্বতি প্ৰসাদ বৰুৱা কৃতী আৰু কৃতিত্ব

সংকলন ঃ ড° কৰবী ডেকা হাজৰিকা

গীতি-কবি বৰুৱাদেৱৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে এই গ্ৰন্থ প্ৰকাশ হৈছে। বৰুৱাদেৱৰ জীৱনৰ বিভিন্ন দিশ সম্পৰ্কে বিভিন্ন জনে আলোকপাত কৰিছে।

প্ৰকাশ ঃ ২০০৪ চন মূল্য ঃ ৮০.০০ টকা, পৃষ্ঠা ১০-২১৭

## সুৰ দেউলৰে পূজাৰী

কাঞ্চন বৰুৱা

সংগীতাচাৰ্য্য লক্ষ্মীৰাম বৰুৱাৰ জীৱন-চৰিত।

প্ৰকাশ ঃ ২০০৭ চন মূল্য ঃ ১২০.০০ টকা পৃষ্ঠা ১৫৯

**মহাপণ্ডিত ৰাহুল সাংকৃত্যায়ন**

বাপচন্দ্ৰ মহন্ত

অধ্যয়নশীলতা আৰু পাণ্ডিত্য, দেশ ভ্ৰমণ আৰু সমাজসেৱা মহাপণ্ডিত ৰাহুল সাংকৃত্যায়নৰ জীৱনৰ মহত্বপূৰ্ণ দিশ। প্ৰায় ১৪০ খন গ্ৰন্থৰ প্ৰণেতা ৰাহুলজীৰ জীৱনীৰ লগতে তেখেতৰ ব্যক্তিত্ব আৰু চাৰিত্ৰিক বৈশিষ্ট্য সম্পৰ্কে মহন্তদেৱে অতি সুন্দৰভাৱে প্ৰকাশ কৰিছে। এই সৰু গ্ৰন্থখনিত ৰাহুলজীৰ সকলো দিশ সামৰা সম্ভৱ নহয় আৰু গ্ৰন্থকাৰে উল্লেখ কৰিছে 'এই পুথিত প্ৰধানভাৱে জীৱনীৰ ওপৰতহে গুৰুত্ব আৰোপ কৰিছে।

প্ৰকাশ ঃ ১৯৭৮ চন মূল্য ঃ ৩.৫০ টকা পৃষ্ঠা ১০-৯৩

**সীতানাথ ব্ৰহ্ম চৌধুৰীৰ জীৱন-বৃত্ত**

সুনীতি সোণোৱাল

সীতানাথ ব্ৰহ্ম চৌধুৰীৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত স্মৃতিগ্ৰন্থ। প্ৰবন্ধসমূহ হৈছে- জন্মৰ সময়ত গোৱালপাৰা জিলাৰ পৰিৱেশ, জন্ম আৰু পূৰ্বপুৰুষ, শৈশৱ কাল, শিক্ষা জীৱন, ছাত্ৰ জীৱনৰ অভিজ্ঞতা, জীৱিকা আৰু কৰ্মজীৱন (সামাজিক, ৰাজনৈতিক), ধৰ্মীয় নীতি আদৰ্শ আৰু ব্যক্তিত্ব, বিবাহ, পত্নী আৰু পৰিয়ালৰ পৰিচয়, অসম সাহিত্য সভাৰ লগত ব্ৰহ্মচৌধুৰীৰ সম্পৰ্ক, সভাপতি নিৰ্বাচনৰ পাছত সুধীসমাজৰ অনুভৱৰ প্ৰকাশ, ভাষণাৱলী ঃ (ক) তিনিচুকীয়া অধিৱেশন (খ) ডিফু অধিৱেশন, সমন্বয়ৰ প্ৰতীক ব্ৰহ্মচৌধুৰীৰ মৃত্যুত শোক, ব্যক্তিত্বৰ সৌৰৱণত ঃ ড° নগেন শইকীয়া, ব্ৰহ্মচৌধুৰীৰ জাতি গঠনৰ প্ৰক্ৰিয়া ঃ ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য,ব্ৰহ্মচৌধুৰী তেওঁৰ আকাংক্ষা ঃ চিত্ৰ মহন্ত, বাগেশ্বৰী পাহাৰৰ ফুলেশ্বৰী দৈমাৰীৰ কবি ঃ ভবানী প্ৰসাদ অধিকাৰী, জাতীয় জীৱনৰ পুৰোধা পুৰুষ সীতানাথ ব্ৰহ্মচৌধুৰী ঃ সতীশ চন্দ্ৰ চৌধুৰী, জাতীয় সমন্বয়ৰ প্ৰতীক সীতানাথ ব্ৰহ্মচৌধুৰী ঃ ড° প্ৰদীপ ভূঞা, অসম হিতৈষী 'ৰাজ কবি' সীতানাথ ব্ৰহ্মচৌধুৰী ঃ অৰুণ মহন্ত, শ্ৰদ্ধাঞ্জলি ঃ কথাৰে নহয় কবিতাৰে, সেই কণ্ঠ সেই বজ্ৰ ঃ ভৱানী প্ৰসাদ অধিকাৰী, কবি ৰত্ন ঃ জ্যোৎস্না দেৱী, ব্ৰহ্মচৌধুৰীৰ কাব্যসম্ভাৰ আৰু পৰ্যালোচনা, ব্ৰহ্মচৌধুৰীৰ জন্ম-শতবাৰ্ষিকীত পুত্ৰীৰ ৰোমন্থন, মহাপ্ৰস্থানৰ প্ৰস্তুতি, ব্ৰহ্মচৌধুৰীৰ জীৱন-পঞ্জী, ব্ৰহ্মচৌধুৰীৰ কেইখনমান স্মৰণীয় পোহৰ ছবি।

প্ৰকাশ ঃ ২০০৮ চন মূল্য ঃ ১৫০.০০ টকা পৃষ্ঠা ১-১৮৯



**জীৱনী-কোষ**

সম্পাদক ঃ যতীন্দ্ৰ মোহন নাথ

অসম সাহিত্য সভাৰ অষ্টষষ্ঠিতম ছিপাঝাৰ অধিৱেশনৰ শুভ লগ্নত আদৰণী সমিতিয়ে 'জীৱনীকোষ' পুথিখন প্ৰকাশ কৰে। এই গ্ৰন্থখনিত দৰং জিলাৰ প্ৰয়াত আৰু জীৱিত সকলো শিল্পী-সাহিত্যিকৰ কৃতী আৰু কীৰ্তিৰ পৰিচয় পোৱা যায়। তেওঁলোকৰ সৃজনীমূলক কৃতী আৰু কীৰ্তিৰ ওপৰতহে গুৰুত্ব দিয়া হৈছে।

প্ৰকাশ ঃ ২০০৫ চন মূল্য ঃ ১২৫.০০ টকা পৃষ্ঠা ১-৪১২

**অসমীয়া ভাষা সাহিত্যৰ প্ৰথম শৰাইঘটীয়া দলটো**

উপেন্দ্ৰ বৰকটকী

অসম সাহিত্য সভাৰ প্ৰকাশন সমিতিৰ অনুৰোধক্ৰমে প্ৰথম সভাপতি পদ্মনাথ গোহাঞিবৰুৱাৰ পৰা আৰম্ভ কৰি দেশভক্ত তৰুণ ৰাম ফুকনলৈ দহগৰাকী সভাপতিৰ জীৱন বৃত্তান্ত সম্বলিত এখন গ্ৰন্থ।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-১০০

**দানবীৰ ৰাধাকান্ত সন্দিকৈ**

হৰিপ্ৰসাদ নেওগ

ৰাধাকান্ত সন্দিকৈৰ জীৱনৰ ওপৰত আলোকপাত কৰি ৰচনা কৰা গ্ৰন্থ।

পুনৰ মুদ্ৰণ ঃ ১৯৯১ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-৩৮

# পৰিচয় গ্ৰন্থমালা

**অসমৰ খনিজ সম্পদ**

ড° শিশিৰ কুমাৰ দত্ত

ড° দত্তই এই পুথিত অসমৰ খনিজ সম্পদৰ সম্যক ধাৰণা দিবৰ প্ৰয়াস কৰিছে। তেওঁ পেট্ৰ'লিয়ামৰ কিছু কথা আলোচনা কৰি সোণ, লো, তাম, খনিজ, নিমখ, ফিটকিৰি, চূণশিল, বেৰিল, মূলতানী মাটি, আলতীয়া মাটি, চীনা মাটি, কয়লা, নিৰ্মাণ কাৰ্যত ব্যৱহৃত পাথৰ, কুমাৰৰ মাটি, ফেল'স্পাৰ, জিপচাম, অভ্ৰ, চিলিমেনাইট আৰু খনিজ পানীৰ বিষয়ে আভাস দিছে।

প্ৰকাশ ঃ ১৯৭৮ চন মূল্য ঃ ৩.৫০ টকা পৃষ্ঠা ১-৮৩

**অসমৰ বাদ্যযন্ত্ৰ**

ধৰ্মেশ্বৰ দুৱৰা

এই পুথিত অসমৰ বিভিন্ন জাতি-উপজাতিৰ বাদ্যযন্ত্ৰৰ কথা সাতোটা অধ্যায়ত আলোচনা কৰা হৈছে। ইয়াৰ উপৰিও বিভিন্ন বাদ্যৰ চিত্ৰসমূহ দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-১১৭

**অসমীয়া সংগীতৰ ঐতিহ্য**

ড° বীৰেন্দ্ৰ নাথ দত্ত

অসমীয়া সংগীতৰ বিভিন্ন শাখা সম্পৰ্কে আলোচনা থকা এখন মনোগ্ৰাহী পুথি। উপক্ৰমণিকা, ঐতিহাসিক বিহংগম দৃষ্টি, বৰগীতৰ সাংগীতিক বৈশিষ্ট্য, ওজা-পালিৰ সংগীত, লোক-সংগীত আৰু অসমৰ বাদ্যযন্ত্ৰ শীৰ্ষক বিভিন্ন অধ্যায়ত অসমীয়া সংগীতৰ কথা আলোচনা কৰা হৈছে। পৰিশিষ্টত স্বৰলিপি আৰু তাললিপি দিয়া হৈছে।

প্ৰথম প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ৩.৫০ টকা পৃষ্ঠা ১-৯২

দ্বিতীয় প্ৰকাশ ঃ ২০০১ মূল্যঃ ৪৫.০০ টকা পৃষ্ঠা ১১০



**আৰ্হি পাঠকৰ হাত-পুথি**

সম্পাদনা ঃ সুমন্ত চলিহা

আৰ্হি পাঠৰ কেইবাটাও গুৰুত্বপূৰ্ণ কথা এই পুস্তিকাখনিত সন্নিৱিষ্ট কৰা হৈছে।

প্ৰকাশ ঃ ১৯৯৭ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ঃ ১-৪০

**উদ্ভিদৰ কথা**

সুৰেশ ডেকা

এই পুথিত নটা অধ্যায় আছে। পুথিখন শিশুৰ উপযোগীকৈ ৰচনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ৩.৫০ টকা পৃষ্ঠা ১-৩৪

**চাহৰ কথা**

ড° দীননাথ বৰুৱা

পৰিচয় গ্ৰন্থমালাৰ পঞ্চম গ্ৰন্থ। এই গ্ৰন্থত চাহৰ ইতিবৃত্ত, দেশ-বিদেশত চাহৰ প্ৰসাৰ, চাহখেতিৰ উৎপত্তি আৰু বিস্তাৰ, চাহৰ মাটি আৰু জলবায়ু, চাহ প্ৰস্তুত কৰা প্ৰণালী, বিভিন্ন প্ৰকাৰৰ চাহ, চাহৰ বৈজ্ঞানিক গৱেষণা - এইদৰে চাহৰ নানা কথা আলোচনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-৬১

**চিকিৎসা বিজ্ঞানৰ ইতিহাস**

ডাঃ মথুৰা নাথ ভট্টাচাৰ্য

পৰিচয় গ্ৰন্থমালাৰ চতুৰ্থ গ্ৰন্থ। পুথিত চিকিৎসা-বিদ্যাৰ এটি তথ্যপূৰ্ণ আৰু শিক্ষাপ্ৰদ বুৰঞ্জী দাঙি ধৰা হৈছে। মিছৰ, ভাৰতবৰ্ষ, চীন, ইহুদীসকলৰ, গ্ৰীছ আৰু ৰোমৰ চিকিৎসা বিজ্ঞানৰ আলোচনাৰ উপৰি সপ্তদশ, অষ্টাদশ আৰু ঊনবিংশ শতিকাৰ চিকিৎসা-বিজ্ঞানৰ কথাও সংক্ষেপে আলোচনা কৰা হৈছে। আয়ুৰ্বেদীয় চিকিৎসা, চালেৰ্নো শিক্ষানুষ্ঠান, শুশ্ৰূষা-বিজ্ঞানৰ ইতিহাস আদিৰ কথাও অৱতাৰণা কৰা হৈছে।

প্ৰথম প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-১৯৪

দ্বিতীয় প্ৰকাশ ঃ ১৯৯২ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-১৩০

**ধ্বনি আৰু ৰসতত্ত্ব**

ড° মুকুন্দমাধৱ শৰ্মা

এইখন পৰিচয় গ্ৰন্থমালাৰ প্ৰথম গ্ৰন্থ। পাঁচোটা পৰিচ্ছেদত লিখা এই পুথিৰ প্ৰথম পৰিচ্ছেদত পাতনি, দ্বিতীয় পৰিচ্ছেদত ধ্বনিৰ স্বৰূপ, অৰ্থৰ প্ৰকাৰ ভেদ, ধ্বনিৰ প্ৰকাৰ ভেদ ইত্যাদি, তৃতীয় পৰিচ্ছেদত ৰসৰ স্বৰূপ, স্থায়ী ভাৱ, ভৰতৰ ৰসসূত্ৰৰ ব্যাখ্যা আদি, চতুৰ্থ পৰিচ্ছেদত ৰসৰ প্ৰকাৰ, ৰসাভাস আদি আৰু পঞ্চম পৰিচ্ছেদত ধ্বনিবাদৰ মূল দৰ্শন আদি কথা ড° শৰ্মাই আলোচনা কৰিছে।

**অসমৰ বনজ সম্পদ**

ফটিক চন্দ্ৰ গগৈ

অসমৰ সমূহ বনজ সম্পদৰ ওপৰত আলোচনা কৰি লিখা গ্ৰন্থ।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ৩০.০০ টকা পৃষ্ঠা ১-১৫০

**লুপ্তপ্ৰায় বন্যপ্ৰাণী**

ভূবনেশ্বৰ শৰ্মা

অসমৰ পৰা লুপ্ত হৈ যাব ধৰা বনৰীয়া জীৱ-জন্তুবোৰৰ ওপৰত আলোকপাত কৰা এখন পুথি।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ১-৮০

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-১১৮

**নৃতত্ত্বৰ চমু আভাস**

ড° ভুৱন মোহন দাস

নৃতত্ত্বৰ পৰিচয়জ্ঞাপক পুথি। ইয়াত সাতোটা অধ্যায় আছে। পুথিত লেখকে নৃতত্ত্বৰ পৰিসৰৰ কথা আলোচনা কৰি আবয়বিক, সাংস্কৃতিক, সামজিক, প্ৰাগৈতিহাসিক আৰু প্ৰায়োগিক নৃতত্ত্বৰ চমু আভাস দিছে।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ২.৫০ টকা পৃষ্ঠা ১-১৩১



**ৰাসায়নিক আৱিষ্কাৰ আৰু আমি**

ড° যোগেন্দ্ৰনাথ বৰুৱা

এই গ্ৰন্থত ৰসায়ন বিজ্ঞানৰ কেইটামান আৱিষ্কাৰৰ কথা আলোচনা কৰা হৈছে। শিতানসমূহ হৈছে ৰসায়নে কি সূচনা কৰে; ৰসায়নে আন্তৰ্জাতিক চিহ্ন ব্যৱহাৰ কৰে; আমাৰ চৌদিশৰ ৰসায়ন; জীৱজগতৰ ৰসায়ন; ৰসায়নে উদ্যোগ গঢ়ি তোলে; কৃত্ৰিম পেট্ৰ'লিয়াম আৰু ৰসায়নবিদ; ৰোগ নিবাৰণত ৰসায়নৰ ভূমিকা; কৃত্ৰিম ৰবৰ, কৃত্ৰিম সূতা আৰু প্লাষ্টিক; নতুন মৌল আৰু আধুনিক ৰসায়ন আৰু ৰসায়নে অনাগত দিনত শক্তিৰ সন্ধান দিব। এইখন পৰিচয় গ্ৰন্থমালাৰ ছয় নম্বৰ পুথি।

প্ৰকাশ ঃ ১৯৭৮ চন মূল্য ঃ ৩.৫০ টকা পৃষ্ঠা ১-৯৫

**সাগৰৰ কথা**

ৰমেশ চন্দ্ৰ গোস্বামী

ল'ৰা-ছোৱালীৰ উপযোগীকৈ পত্ৰৰ আকাৰে লিখা পুথি। সাগৰৰ উৎপত্তিৰ বিষয়ে মানুহৰ নতুন আৰু পুৰণিৰ ধাৰণা, সাগৰৰ পানীৰ বৰণ আৰু সোৱাদ, অশান্ত সাগৰ, জোৱাৰ-ভাটা, সাগৰৰ সোঁত, সাগৰ-তলিৰ জীৱ-জন্তু, বিজ্ঞানীয়ে সাগৰৰ বুকুত চলোৱা পৰীক্ষা আদি কথাৰে লেখকে পুথিখন মনোগ্ৰাহীকৈ ৰচনা কৰিছে।

প্ৰকাশ ঃ ১৯৭৫ চন মূল্য ঃ ২.৫০ টকা পৃষ্ঠা ১-৬৫

**হাতী চিকাৰৰ বিচিত্ৰ কাহিনী**

ফটিক চন্দ্ৰ গগৈ

এইখন হাতীধৰা প্ৰথা আৰু সেই সম্পৰ্কে সকলো তথ্য আৰু বিৱৰণ সম্বলিত গ্ৰন্থ।

প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-৭১

## মই চাহপাত

প্ৰফুল্ল চন্দ্ৰ বৰুৱা

এই গ্ৰন্থত অতি প্ৰাঞ্জল ভাষাৰে চাহপাতৰ গুৰি কথা, পৃথিৱীৰ চাহ খেতিৰ উপযোগী জলবায়ু প্ৰধান দেশবোৰৰ বিৱৰণ, অসমৰ বাগিচাৰ্লৈ অহা বনুৱাসকলৰ আতিগুৰি, চাহখেতি কৰা প্ৰণালী, ইয়াৰ বাণিজ্য, চাহৰ প্ৰস্তুত প্ৰণালী আদি সকলো দিশ সামৰি প্ৰণয়ন কৰিছে।

প্ৰকাশ ঃ ১৯৯৮ চন মূল্য ঃ ৩০.০০ টকা পৃষ্ঠা ৩-৬৩

## অসমৰ ভাষা পৰিচয়

সম্পাদক ঃ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য

অসম সাহিত্য সভাই অসমৰ থলুৱা জনগোষ্ঠী সমূহৰ সমাজ সংস্কৃতি ভাষা বিষয়ক উচ্চ পৰ্য্যায়ত আৰু বিদ্যায়তনিক দিশত চাহিদা পূৰণ কৰিব পৰাৰ প্ৰয়োজনীয়তা অনুভৱ কৰি আহিছে আৰু সেই প্ৰয়োজনীয়তাৰ উপলব্ধিৰেই ফল "অসমৰ ভাষা পৰিচয়" এই গ্ৰন্থত সন্নিবিষ্ট প্ৰবন্ধ সমূহ হ'ল- "অসমীয়া মান্য ভাষা", ড° গোলোক চন্দ্ৰ গোস্বামী, "কামৰূপী উপ-ভাষা", ড° সত্যেন্দ্ৰ নাথ গোস্বামী, "গোৱালপৰীয়া দেশী উপভাষা", ড° উপেন্দ্ৰ নাথ গোস্বামী, "বড়ো ভাষাৰ পৰিচয়", ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, "মিচিং ভাষা", নাহেন্দ্ৰ পাদুন, "কাৰবি ভাষা আৰু ইয়াৰ বিশেষত্ব", ৰং বং তেৰাং, "ডিমাছা ভাষা পৰিয়াল", নিৰুপমা হাগজেৰ, "তিৱা ভাষাৰ গঠন আৰু বিকাশৰ ধাৰা", মনেশ্বৰ দেউৰী, "ৰাভা ভাষাৰ চমু পৰিক্ৰমা", জীৱেশ্বৰ কোচ, "দেউৰী ভাষা", ড° উপেন্দ্ৰ নাথ গোস্বামী, "টাই ভাষাৰ পৰিচয়" নবীন শ্যাম ফালুং।

প্ৰকাশ ঃ ১৯৯৮ চন মূল্য ঃ ১২০.০০ টকা পৃষ্ঠা ৬-১৭৫

## চাৰিজন বিশিষ্ট কবি

হৃদয়ানন্দ গগৈ

যোছেফ ব্ৰড্স্কিয়, মাৰ্কিন মহিলা কবি এমিলি ডিকিন্সন, পাৰ্চী বিছী শ্বেলী আৰু ড° সীতাকান্ত মহাপাত্ৰ- এই চাৰিগৰাকী বিখ্যাত কবিৰ কাব্য তথা তেখেত সকলৰ জীৱনাদৰ্শৰ বিভিন্ন দিশৰ ওপৰত আলোকপাত কৰি এই গ্ৰন্থ যুগুতাই উলিয়াইছে।

প্ৰকাশ ঃ ১৯৯৮ চন মূল্য ঃ ৩৫.০০ টকা পৃষ্ঠা ৫২



## আধুনিকতাবাদ আৰু উত্তৰ আধুনিকতাবাদ

আনন্দ বৰমুদৈ

আধুনিকতাবাদ সম্পৰ্কে আমাৰ ভাষাত যথেষ্ট আলোচনা হ'লেও উত্তৰ আধুনিকতাবাদ সম্পৰ্কে পৰিচয়াত্মক গ্ৰন্থ পাবলৈ নাই। এই গ্ৰন্থত অসমীয়া সাহিত্যৰ প্ৰখ্যাত ৰামধেনু যুগৰ লেখক, সাহিত্যিক সকলৰ উদাহৰণ দাঙি ধৰি আধুনিকতাবাদ সম্পৰ্কে পাশ্চাত্য চিন্তা জগতত হোৱা বিভিন্ন আলোচনা গ্ৰন্থখনিত সন্নিবিষ্ট কৰিছে।

প্ৰকাশ ঃ ১৯৯৮ চন মূল্য ঃ ৪০.০০ টকা পৃষ্ঠা ২-৮৩

## মধ্য যুগৰ অসমীয়া ভাষাৰ ব্যাকৰণঃ এটি পৰিচয়

ড° দীপ্তি ফুকন পাটগিৰি

অসমীয়া ভাষা সাহিত্যৰ ইতিহাসত মধ্যযুগটো অতি গুৰুত্ব পূৰ্ণ। এই যুগতেই অসমীয়া লিখিত সাহিত্যই বিস্তৃতি আৰু প্ৰসাৰতা লাভ কৰে। যিটো ভাষাৰ মাধ্যমেৰে অসমীয়া সাহিত্যৰ ভেটি নিৰ্মাণ হৈছিল সেই ভাষাৰ ব্যাকৰণ জনাটো অপৰিহাৰ্য। সেই দৃষ্টি আগত ৰাখি এই গ্ৰন্থ প্ৰণয়ন কৰা হৈছে।

প্ৰকাশ ঃ ১৯৯৯ চন মূল্য ঃ ৫৫.০০ টকা পৃষ্ঠা ৩-৯৭

## বিংশ শতাব্দীৰ অসমীয়া বিজ্ঞান সাহিত্য

ড° পৰমানন্দ মহন্ত

'বিংশ শতাব্দীৰ অসমীয়া বিজ্ঞান সাহিত্য' বিজ্ঞান বিষয়ক সাহিত্যৰ বিভাজন, সামূহিক পৰিচয় সম্বলিত গ্ৰন্থ। গ্ৰন্থখনি তিনিটা ভাগত ভাগ কৰি প্ৰথম ভাগত "অসমীয়া সাহিত্যৰ বুৰঞ্জীত বিজ্ঞান" দ্বিতীয় ভাগত "লোকবোধ্য বিজ্ঞান সাহিত্যৰ প্ৰয়োজনীয়তা" আৰু তৃতীয় ভাগত "অসমীয়া বিজ্ঞান সাহিত্যৰ আৰম্ভণি" সম্পৰ্কে আলোচনা আগবঢ়োৱা হৈছে।

প্ৰকাশ ঃ ২০০১ চন মূল্য ঃ ৫০.০০ টকা পৃষ্ঠা ১১৯

## ৰাসায়নিক আবিষ্কাৰ আৰু আমি

ড° যোগেন্দ্ৰ নাথ বৰুৱা

সাহিত্য সভাৰ 'পৰিচয় গ্ৰন্থমালা চিৰিজৰ ষষ্ঠ গ্ৰন্থ। এনে এটা ৰাসায়নিক আৱিষ্কাৰ নাই যি নেকি পাকে প্ৰকাৰে আমাৰ কামত লগা নাই। বৰুৱাদেৱে অতি

সহজ সৰল ভাষাত ৰসায়ন বিজ্ঞানৰ কেইটামান আৱিষ্কাৰ সৰ্বসাধাৰণে বুজিব পৰাকৈ যুগুত কৰিছে।

প্ৰকাশ ঃ ১৯৭৮ চন মূল্য ঃ ৩.৫০ টকা (কেচাবন্ধা) পৃষ্ঠা ২-৯৫

**অসমৰ বনৌষধি**

শান্তনু তামুলী

'পৰিচয় গ্ৰন্থমালা' চিৰিজৰ সপ্তম গ্ৰন্থ। এই গ্ৰন্থত অসমৰ বনৌষধি ভাণ্ডাৰৰ এটা সম্যক পৰিচয় পোৱা যায়। অসমৰ পৰ্বত-ভৈয়ামত অসংখ্য মূল্যবান বনৌষধি আছে কিন্তু অপ্ৰচলন, অজ্ঞতা আৰু অৱহেলাৰ ফলত প্ৰায় নোহোৱা হৈছে। এই গ্ৰন্থত কেইবাশ বনৌষধিৰ মাজৰ পঞ্চাছবিধৰ বিষয়ে আলোচনা কৰিছে।

প্ৰকাশ ঃ ১৯৭৮ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ৪-১০৮

**মাধৱদেৱ ঃ ব্যক্তিত্ব আৰু প্ৰতিভা**

সংকলক-সম্পাদক ঃ ড° ৰামচৰণ ঠাকুৰীয়া

মহাপুৰুষ মাধৱদেৱৰ জীৱন, সাহিত্যকৃতী আদিৰ ওপৰত পুথিখন যুগুত কৰা হৈছে।

প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-১২০

**পৃথিৱীৰ লোক-কাহিনী**

মুখ্য সম্পাদক ঃ নৱকান্ত বৰুৱা

কাৰ্যবাহী সম্পাদক ঃ সতীশ চন্দ্ৰ চৌধুৰী

অসম সাহিত্য সভাই দহোটি খণ্ডত প্ৰকাশ কৰিব খোজা পৃথিৱীৰ লোক কাহিনীৰ প্ৰথম খণ্ড। ইয়াত ভাৰতৰ উপৰিও পৃথিৱীৰ বিভিন্ন প্ৰান্তৰ লোক-কাহিনী অন্তৰ্ভুক্ত কৰা হৈছে।

প্ৰথম প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ১-১৫০
দ্বিতীয় প্ৰকাশ ঃ ১৯৯৩ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-১০৬



# জনজাতীয় জীৱন আৰু ভাষা-সংস্কৃতি বিষয়ক প্ৰকাশন

**অসমৰ লিপি সমস্যা**

নগেন শইকীয়া সম্পাদিত

অসম সাহিত্য সভাৰ দ্বাৰা আয়োজিত দ্বিতীয় লেখক-শিবিৰত (গুৱাহাটী ১৯৭৪) পঠিত প্ৰবন্ধসমূহ, লেখক শিবিৰৰ বিৱৰণ আদিৰ সংকলন। ইয়াত আছে নগেন শইকীয়াৰ পূৰ্বাভাস, ড° মহেশ্বৰ নেওগৰ বড়ো ভাষাৰ লিপিৰ সম্পৰ্কত অসম সাহিত্য সভা, ড° মহেন্দ্ৰ বৰাৰ (১) অসমীয়া জনজাতীয় ভাষাৰ লিপি আৰু (২) অসমীয়া লিপি সৰলীকৰণ, ড° উপেন্দ্ৰ নাথ গোস্বামীৰ (১) অসমৰ থলুৱা ভাষা গোষ্ঠীৰ বাবে উপযোগী লিপি ঃ ৰোমান নে অসমীয়া আৰু (২) বড়ো ভাষা আৰু অসমীয়া লিপি, মেদিনী চৌধুৰীৰ বড়ো পণ্ডিতসকললৈ এটি অনুৰোধ, ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ অসমৰ বৰ্তমান সামাজিক আৰু জনজাতীয় পটভূমিত লিপি-সমস্যা, সঞ্চালক ড° মহেশ্বৰ নেওগৰ সামৰণি মন্তব্য ইত্যাদি।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-১০৯

**অসমীয়া জাতিৰ ইতিবৃত্ত (আদিম কালৰ পৰা দ্বাদশ শতিকালৈ)**

গিৰিধৰ শৰ্মা সম্পাদিত

এই পুথিৰ প্ৰথম খণ্ডত আদিম কালৰে পৰা দ্বাদশ শতিকা পৰ্যন্ত অসমৰ ভৌগোলিক অৱস্থিতি, জনগোষ্ঠী, সমাজ ব্যৱস্থা, শিক্ষা, ধৰ্ম, দৰ্শন আৰু কলা বিষয়ক প্ৰবন্ধ সংগ্ৰহ। ইয়াত আছে ড° প্ৰতাপ চন্দ্ৰ চৌধুৰীৰ ভৌগোলিক অৱস্থা ঃ ৰাজনৈতিক ভূগোল, ড° ভূৱনমোহন দাসৰ জনগোষ্ঠীত প্ৰজাতীয় উপাদান, ৰামচৰণ দাসৰ সমাজ ব্যৱস্থা, ড° প্ৰভাস চন্দ্ৰ গোস্বামীৰ অৰ্থনৈতিক অৱস্থা, ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ শিক্ষা, যুগল দাসৰ (১) স্থাপত্য আৰু ভাস্কৰ্য আৰু (২) চিত্ৰকলা আৰু প্ৰদীপ চলিহাৰ সঙ্গীত, বাদ্যযন্ত্ৰ, নৃত্য অলঙ্কাৰ।

প্ৰথম প্ৰকাশ ঃ ১৯৭৪ চন মূল্য ঃ ২.০০ টকা পৃষ্ঠা ১-১৯৪
দ্বিতীয় প্ৰকাশ ঃ ১৯৯৬ মূল্য ৫০.০০ টকা পৃষ্ঠা ৪-১৭৪

## অসমীয়া লা বৰো নানে অচমীয়া হিকাই-কি

মিচ.ডি. ফ্ৰেংকলিন অনূদিত

ড° মুকুন্দ মাধৱ শৰ্মাৰ অসমীয়া স্বয়ং শিক্ষক পুথিৰ খাচী অনুবাদ। খাচী লোকে অসমীয়া শিকা পুথি।

প্ৰকাশ ঃ ১৯৬৫ চন মূল্য ঃ ২.০০ টকা পৃষ্ঠা ১-১০৭

## আন-টন্‌গাৰী অচমীয়াকো স্কিয়ানি

হৰেন্দ্ৰ ডব্লিউ মাৰাক অনূদিত

ড° মুকুন্দ মাধৱ শৰ্মাৰ অসমীয়া স্বয়ং শিক্ষক পুথিৰ গাৰো অনুবাদ। গাৰো লোকে অসমীয়া শিকা পুথি।

প্ৰকাশ ঃ ১৯৬৫ চন মূল্য ঃ ২.০০ টকা পৃষ্ঠা ১-১১৮

## কৰমপূজা আৰু ঝুমুৰ গীত

ৰুক্মধৰ গোহাঞি সম্পাদিত

পুথিৰ ভূমিকাত কোল জাতিৰ আঁতিগুৰি, অসমত কোল লোকৰ বসতি, কোলসকলৰ গাৰ্হস্থ্য জীৱন আৰু কলা-কৌশল, কোলসকলৰ উৎসৱ, ঝুমুৰ নৃত্য, কৰম পূজা আৰু ঝুমুৰ গীতত জাতীয় জীৱন এইবোৰ কথা আলোচনা কৰা হৈছে। সংকলনত ২২০ টা ঝুমুৰ গীত আছে। পৰিশিষ্টত কৰমা নাচ আৰু শব্দাৰ্থ সন্নিবিষ্ট কৰা হৈছে।

প্ৰকাশ ঃ ১৯৭৪ চন মূল্য ঃ ২.০০ টকা পৃষ্ঠা ১-৭০

## কাৰবি জনগোষ্ঠী

লংকাম টেৰণ

কাৰবি জনগোষ্ঠীৰ পৰিচয়জ্ঞাপক পুথি। এই পুথিত আছে কাৰবিসকলৰ উৎপত্তি, তেওঁলোকৰ সাজ-পাৰ আৰু শাৰীৰিক গঠন, সামাজিক জীৱন আৰু সামাজিক বিচাৰ, গীত-মাত, বিবাহ পদ্ধতি, কৰ্মফলত বিশ্বাস, মৃত্যুৎসৱ চ'মাংকান, লখিমী উৎসৱ, ৰামায়ণ গান, নিচুকনি গীত, ডেকা চাং, ধৰ্ম আৰু পূজা-পাতল, জুম খেতি, বোৱা-কটা, সাধুকথা, কাৰবি ভাষা ইত্যাদি।

প্ৰকাশ ঃ ১৯৭৪ চন মূল্য ঃ ৪.৪০ টকা পৃষ্ঠা ১-৬৮



## কাৰবি সাহিত্য সংস্কৃতিৰ প্ৰৱাহ

ৰংবং তেৰাং

এই পুথি কাৰবি সাহিত্য আৰু সংস্কৃতিৰ বিষয়ে এক অধ্যয়ন। আলোচ্য বিষয়সমূহ হ'ল বিহংগম দৃষ্টিৰে কাৰবি নতুন সাহিত্য, লোক-সাহিত্যৰ স্বৰূপ, কাৰবি সাহিত্যৰ কাহিনী গীত, ছাবিন আলুনত আঞ্চলিক বৈশিষ্ট্য, বনগীতত কাৰবি জীৱনৰ চিত্ৰ, কাৰবি নিচুকনি গীতৰ স্বৰূপ, ৰ'ল'কেতেৰ ঃ কাৰবি সমাজৰ এখিলা পাত, চ'মাংকান আৰু ইয়াৰ তাৎপৰ্য, কাৰবি কৃষ্টিৰ এখিলা পাত ঃ জাম্বিলী আথন, কাৰবি সংস্কৃতিত মাছৰ স্থান, ধানতত্ত্বত এভুমুকি আৰু অসমীয়া আৰু কাৰবি সংস্কৃতিৰ সমন্বয়।

প্ৰকাশ ঃ ১৯৮২ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-৮৭

## গাৰো সংস্কৃতিৰ ৰূপৰেখা

ড° ধীৰেন্দ্ৰ নাৰায়ণ মজুমদাৰ

পুথিৰ সাতোটা অধ্যায়ত গাৰোসকলৰ সম্যক পৰিচয় দিয়া হৈছে। পুথিৰ আলোচ্য বিষয় হৈছে গাৰো বাসভূমি নৃতাত্ত্বিক দৃষ্টিভংগীৰ পৰা গাৰোসকল, নৱ প্ৰস্তৰ যুগৰ পৰা বিংশ শতাব্দীলৈ গাৰো বস্তুগত সংস্কৃতিৰ স্থূপ, গাৰো সমাজ ব্যৱস্থাত মাতৃ প্ৰধানতাৰ তাৎপৰ্য; শাসন ব্যৱস্থা, পৰম্পৰাগত আৰু ইয়াৰ পৰিবৰ্তিত স্বৰূপ, চালজঙৰ পৰা যীশুখ্ৰীষ্টলৈ আৰু গাৰোসকলৰ মাজত আধুনিক যুগৰ অভ্যুত্থান।

প্ৰকাশ ঃ ১৯৭৪ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-৬৩

## চাহ বাগিচাৰ অসমীয়া

গোলাপ খাউণ্ড

এই পুথি চাহ বাগিচাৰ শ্ৰমিকসকলৰ ওপৰত অধ্যয়ন। লেখকে চাহ বাগিচাৰ শ্ৰমিকসকলক বিভিন্ন সময়ত দিয়া আখ্যা আৰু তেওঁলোকে যে অসমীয়া সমাজৰ অংগ, তেওঁলোকৰ গীত-মাত, তেওঁলোকৰ কৃষ্টি-সংস্কৃতি ইত্যাদি কথা আলোচনা কৰা হৈছে। পৰিশিষ্টত 'চাহ বাগিচাত প্ৰচলিত কেইটামান ভাষাৰ (যেনে উৰিয়া, মাঝি, ভূএগ্ৰা, মুণ্ডা, গোঁড়, ওৰাং আদি) চানেকি' দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৬৭ চন মূল্য ঃ ১.০০ টকা পৃষ্ঠা ১-৩৪

## চাহ বাগিচাৰ অসমীয়া সম্প্ৰদায়

সুশীল কুৰ্মী

'অসমৰ দ্বিতীয় বৃহৎ চাহ মজদুৰৰ সমাজখন সময়ৰ সোঁতত ক'ব নোৱাৰাকৈয়ে অসমীয়া সমাজৰ লগত' কিদৰে মিলি গৈছে তাকে কুৰ্মীয়ে এই পুথিত আলোচনা কৰিছে। ইয়াৰ লেখাৰ ক্ৰম হ'ল সমন্বয়, ভাষা আৰু শিক্ষা, সাহিত্য আৰু সংস্কৃতি, অসমৰ স্বাৰ্থই চাহ মজদুৰৰ স্বাৰ্থ আৰু চাহ মজদুৰৰ সাম্প্ৰতিক মনোভাৱ।

প্ৰকাশ ঃ ১৯৮৩ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-৫৪

## চাহ বাগিচাৰ কথা

সুশীল কুৰ্মী

'চাহ বাগিচা আৰু চাহ মজদুৰৰ বিভিন্ন দিশ সামৰি' এই পুথি লিখা হৈছে। ইয়াৰ শিতানসমূহ হৈছে আৰম্ভণি, চাহ বাগিচা, চাহ মজদুৰ, শিক্ষা, সাহিত্য, সংস্কৃতি আৰু স্বাধীনতা আন্দোলন। অসমৰ জিলাভিত্তিক চাহ বাগিচাবোৰৰ এখন তালিকা সংযোগ কৰা হৈছে।

প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ৪.৫০ টকা পৃষ্ঠা ১-১৫৬

## চাহ বাগিচাৰ জাতি-জনজাতি

দেউৰাম তাছা

এই গ্ৰন্থত চাহ বাগিচাত বসবাস কৰা জাতি-জনজাতিসমূহৰ উৎপত্তি, সমাজ, ধৰ্ম, ৰীতি-নীতি, উৎসৱ-পাৰ্বণ, বিয়া-বাৰু, নৃত্য-গীত, লোক-বিশ্বাস, মৃতকৰ সৎকাৰ আদি সকলো কথা আলোচিত হৈছে। পৰিশিষ্টৰ টোকাও মূল্যবান।

প্ৰকাশ ঃ ১৯৮৬ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-১৭৬

## চাহ বাগিচাৰ পূজা-পৰৱ

দেউৰাম তাছা

এই গ্ৰন্থত তাছাই চাহ বাগিচাৰ অসমীয়াসকলৰ মাজত প্ৰচলিত বিভিন্ন সংস্কৃতিমূলক অনুষ্ঠান, পূজা-পৰৱ আদিৰ পৰিচয় দিছে।

প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ৩.৫০ টকা পৃষ্ঠা ১-৯১



## চাহ বাগিচাৰ বনুৱা

নকুল চন্দ্ৰ ভূঞা

চাহ-বাগিচাৰ জনজাতিৰ বিষয়ে লেখা পুথিখন দুটা খণ্ডত বিভক্ত। প্ৰথম ভাগত চাহখেতিৰ আৰম্ভণ, চাহ কোম্পানী গঠন, চাহ বাগিচাৰ বনুৱাৰ আগমন, গিৰমিট প্ৰথা, বনুৱাৰ বানচ, ভাষা, ৰীতি-নীতি, খাদ্য স্বভাৱ, অশৌচ, গান্ধী অৱতাৰ, স্বাধীন ভাৰত বনুৱা সংঘ ইত্যাদি। দ্বিতীয় খণ্ডত বনুৱাৰ আঁতিগুৰি, বিভিন্ন জাতৰ বনুৱা, যেনে - মুণ্ডা, ভূমিজ, চোৰা, কোল, খাৰিয়া, অসুৰ, চাওঁতাল, সৰৱ ওৰাং, ওৰ্দে, গণ্ড কাহাৰ, অহিৰ, কাউৰি, ইত্যাদি; তেওঁলোকৰ স্বভাৱ-চৰিত্ৰ, ধৰ্ম, দেও পূজাত মদৰ ব্যৱহাৰ ইত্যাদি কথা আছে।

প্ৰকাশ ঃ ১৯৬০ চন মূল্য ঃ ১.২৫ টকা পৃষ্ঠা ১-৭৮

## চাহ শ্ৰমিক সংস্কৃতিৰ ৰূপৰেখা

প্ৰহ্লাদ চন্দ্ৰ তাছা

চাহ শ্ৰমিকৰ বিবাহ পদ্ধতি, পূজা-পৰৱ, সাধুকথা আদিৰ পৰিচয়জ্ঞাপক পুথি।

প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-৪৭

## মায়ং অঞ্চলৰ লোকসংস্কৃতি

ড° হেমন্ত কুমাৰ শৰ্মা

মায়ং অঞ্চলৰ জনসাধাৰণৰ আচাৰ-নীতি, ভাষ, ধৰ্ম, জীৱন-নিৰ্বাহ প্ৰণালী, তন্ত্ৰ-মন্ত্ৰ সকলোবোৰ দিশ বিজ্ঞানসন্মত দৃষ্টিভংগীৰে জুখি-মাখি এই গ্ৰন্থখনি ৰচনা কৰিছে।

প্ৰকাশ ঃ ১৯৯৩ চন মূল্য ঃ ২৫.০০ টকা পৃষ্ঠা ১২-৯৯

## চিংফৌ জনগোষ্ঠী

সৰ্বানন্দ ৰাজকুমাৰ

এই গ্ৰন্থত 'চিংফৌৰ আঁতিগুৰি', চিংফৌ জনগোষ্ঠীৰ এটা শাখা 'মৰাণ' আৰু

'অসমৰ চিংফৌ' এই তিনিটা শিতানত লেখকে চিংফৌ জনগোষ্ঠীৰ বিষয়ে এটি বিস্তৃত বিৱৰণ দিছে।

প্ৰকাশ ঃ ১৯৮২ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-৬৪

**ডিমাছা**

নিৰুপমা হাগজেৰ

বড়ো-কছাৰী গোষ্ঠীৰ অন্যতম অংগ ডিমাছা সম্প্ৰদায়ৰ পৰিচয় জ্ঞাপক পুথি। ডিমাছা জাতিৰ আঁতিগুৰি, জীৱিকা নিৰ্বাহৰ উপায়, খেতি-বাতি, খোৱা-লোৱা, বোৱা-কটা, সাজ-পাৰ, সন্তান জন্ম আৰু পালন, বিবাহ পদ্ধতি, কৃষ্টি-সংস্কৃতি, ৰীতি-নীতি, ধৰ্ম, ডিমাছা কছাৰীৰ নিয়ম আদি বিভিন্ন শিতানত ডিমাছাসকলৰ পৰিচয় দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৭৪ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-৭৬

**তিৱা-সমাজ**

মনেশ্বৰ দেউৰী

এই পুথিত লেখকে তিৱাসকলৰ আঁতিগুৰি, তেওঁলোকৰ সামাজিক জীৱন, সামাজিক ৰীতি-নীতি, বিভিন্ন পূজা-উৎসৱ, ধৰ্ম বিশ্বাস আদিৰ আভাস দিছে।

প্ৰকাশ ঃ ১৯৮৩ চন মূল্য ঃ ৬.০০ টকা পৃষ্ঠা ১-১০৮

**তিৱা সম্প্ৰদায়ৰ পৰিচয়**

সদৌ অসম তিৱা যুৱ-ছাত্ৰ সন্মিলনৰ দ্বাৰা সংকলিত

তিৱা সম্প্ৰদায়ৰ জীৱনৰ পৰিচয়জ্ঞাপক পুথি। ইয়াত আছে ধৰ্মৰাম বৰদলৈৰ তিৱা সম্প্ৰদায়, গণেশ চন্দ্ৰ সেনাপতিৰ তিৱা সমাজৰ অশৌচ বিধি, বিতোপন দেউৰীৰ তিৱা সমাজৰ বিবাহ পদ্ধতি, গণেশ সেনাপতিৰ তিৱা জাতিৰ মাংখৰ স্থাপন আৰু শ-দাহ প্ৰথা, মনেশ্বৰ দেউৰীৰ তিৱা সমাজৰ কৰম পদ্ধতি আৰু বুদ্ধিমান বৰদলৈৰ দাঁতিপৰীয়া তিৱা কৃষ্টি।

প্ৰকাশ ঃ ১৯৭৫ চন মূল্য ঃ ১.০০ টকা পৃষ্ঠা ১-১১৫



**তিৱা শব্দ-ভাণ্ডাৰ**

ৰামেশ্বৰ কোঁৱৰ

এই পুথিত তিৱা শব্দসমূহ বৰ্ণানুক্ৰমিকভাৱে সজাই সিবোৰৰ অৰ্থও দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-৫৯

**দেউৰী-চুতীয়া**

ড° পবন চন্দ্ৰ শইকীয়া

এইখন অসমৰ দেউৰী-চুতীয়া সম্প্ৰদায়ৰ পৰিচয়জ্ঞাপক পুথি। দেউৰী-চুতীয়াৰ ইতিবৃত্ত, সামাজিক ৰীতি-নীতি, ধৰ্ম বিশ্বাস, সমাজৰ বিৱৰ্তন আদি শিতানত পুথিখন ৰচনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৭৪ চন মূল্য ঃ ৪.৪০ টকা পৃষ্ঠা ১-৮৮

**দেউৰী চচু দাগাৰেবা**

নৃপেন দেউৰী

এই পুথিখন দেউৰী শব্দমালাৰ সংগ্ৰহ। ইয়াত শব্দবোৰ বিভিন্ন ভাৱে সজাই দেউৰী শব্দাৱলীৰ অসমীয়া-ইংৰাজী প্ৰতিশব্দ দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৮৯ চন মূল্য ঃ ৮.০০ টকা পৃষ্ঠা ১-৫৪

**দেউৰী শব্দমালা**

ড° উপেন্দ্ৰ নাথ গোস্বামী

ড° গোস্বামীয়ে পুথিৰ আৰম্ভণিত দেউৰী ভাষাৰ ধ্বনিৰ কথা আলোচনা কৰি দেউৰী শব্দমালা বৰ্ণানুক্ৰমিকভাৱে সজাইছে।

প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-৩২

**অসমীয়া নেপালী সমাজ আৰু সংস্কৃতিৰ ৰূপৰেখা**

মনবাহাদুৰ ছেত্ৰী

এই খন অসমৰ নেপালী সমাজৰ পৰিচয়জ্ঞাপক গ্ৰন্থ। অসমলৈ নেপালীসকলৰ প্ৰব্ৰজন, যিসকলৰ 'অসমীয়া লোকৰ লগত আনুভূতিক গাঢ় সংযোগ', যিসকলৰ গোষ্ঠীগত পৰিচয় নেপালীয় কিৰাতীয় জনগোষ্ঠী, সিকলৰ লোক-সংস্কৃতি, নেপালী সংস্কৃতিত মাদলৰ স্থান, সিসকলৰ পূজা-উৎসৱ আৰু বিবাহ পদ্ধতি, সিসকলৰ ফকৰা-যোজনা আৰু লোক-বিশ্বাস, সিসকলৰ লোককলা আৰু বিভিন্ন ক্ষেত্ৰত অৱদান - এইবোৰ কথা লেখকে পুথিত আলোচনা কৰিছে।

প্ৰকাশ : ১৯৮৩ চন মূল্য : ৬.০০ টকা পৃষ্ঠা ১-১৩৫

**নাগালেণ্ড**

নৰমল্লিকা চক্ৰৱৰ্তী

এই পুথিত চক্ৰৱৰ্তীয়ে নাগামিজ ভাষাত নাগালেণ্ডৰ এটা বিৱৰণ দিছে।

প্ৰকাশ : ১৯৭৮ চন মূল্য : ৬.০০ টকা পৃষ্ঠা ১-১৩৫

**নাগামিজ কথালগা নিয়ম**

ড° ভীমকান্ত বৰুৱা

এইখন নাগামিজ ভাষাৰ প্ৰাথমিক ব্যাকৰণ।

প্ৰকাশ : ১৯৮৫ চন মূল্য : ৫.০০ টকা পৃষ্ঠা ১-৪৭

**নীলাচল পাঠ**

মহেন্দ্ৰ সভাপণ্ডিত

আওনগা ভাষা শিকাৰ প্ৰাথমিক পুথি। ইয়াত সাতত্ৰিশটা পাঠ আছে। প্ৰতি পাঠৰ আৰম্ভণিতে অসমীয়া আৰু আওনগা শব্দাৱলী দিয়া হৈছে।

প্ৰকাশ : ১৯৫৮ চন মূল্য : ১.০০ টকা পৃষ্ঠা ১-৪৫



**বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি**

নাৰায়ণ ঘটোৱাৰ

অসমৰ চাহ বাগিচাৰ অসমীয়া সমাজৰ সাংস্কৃতিক জীৱনৰ পৰিচয়জ্ঞাপক পুথি। ইয়াত আছে বনুৱাৰ উৎসৱ, লোক-নৃত্য, ঝুমুৰ গীতৰ সৌন্দৰ্য, ঝুমুৰ গীতত প্ৰেম, ঝুমুৰ গীতত শ্ৰীকৃষ্ণ, সহৰাই পৰব, টুচু পৰব, বনুৱাৰ জীৱনত ভাদ মাহৰ প্ৰভাৱ, কৰম পৰব, বনুৱাৰ নিচুকনি আৰু ওমলা গীতত শিশু-মন, বনুৱা সমাজৰ ফকৰা-যোজনা আৰু বনুৱা লোক-গীতৰ শ্ৰেণী বিভাগ।

প্ৰকাশ : ১৯৭৫ চন মূল্য : ৩.০০ টকা পৃষ্ঠা ১-৫৬

**বাতচা পাঠ**

ড° ভীমকান্ত বৰুৱা

এইখন নাগামিজৰ আদি পাঠ।

প্ৰকাশ : ১৯৮৮ চন মূল্য : ১০.০০ টকা পৃষ্ঠা ১-৩৭

**বিষ্ণুপ্ৰিয়া মণিপুৰী**

খুমল মহিদেৱ সিংহ

বিষ্ণুপ্ৰিয়া মণিপুৰীসকলৰ পৰিচয়জ্ঞাপক পুথি। ইয়াত বিষ্ণুপ্ৰিয়া নামৰ উৎপত্তি, বিষ্ণুপ্ৰিয়াসকলৰ প্ৰধান বিভাগ, তেওঁলোকৰ ধৰ্ম, লোক-উৎসৱ, লোকনৃত্য, সাজ-পাৰ আদি কথা আলোচনা কৰা হৈছে।

প্ৰকাশ : ১৯৭৪ চন মূল্য : ০.৬০ টকা পৃষ্ঠা ১-৯

**মপিন্ উছৱ**

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য

মপিন্ উছৱ কৃষিজীৱি গালংসকলৰ (আদি) শস্যৰ বীজ সিঁচা উছৱ। ভট্টাচাৰ্যই তেওঁৰ অভিজ্ঞতাৰ পৰা মপিন্ উছৱৰ আৰু গালং সকলৰ আদৰ অভ্যৰ্থনাৰ এটি বিৱৰণ দিছে।

প্ৰকাশ : ১৯৭৪ চন মূল্য : ২.০০ টকা পৃষ্ঠা ১-১৯

## মিকিৰ জনজাতি

লংকাম টেৰণ

এই পুথিত মিকিৰ (বৰ্তমান কাৰ্বি) জনজাতিৰ চমু পৰিচয় দিয়া হৈছে। তেওঁলোকৰ সামাজিক জীৱন, পৌৰাণিক কিংবদন্তী, জিলা আৰু শাসন, শিক্ষা, সাজ-পাৰ, কৃষি, প্ৰকৃতি আদি কথা ইয়াত আলোচনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৬১ চন    মূল্য ঃ ১.০০ টকা    পৃষ্ঠা ১-৩২

## মিচিং-অসমীয়া পাঠ

নাহেন্দ্ৰ পাদুন

এইখন মিচিং ভাষা শিকা পুথি। লেখকে বৰ্ণ পৰিচয়, বিশেষ্যবাচক শব্দ, সম্বন্ধবাচক শব্দ, বিশেষ্যৰ বচন, লিংগ প্ৰকৰণ, শব্দ বিভক্তি, বিশেষণ শব্দ, বিশেষণৰ তুলনা, ক্ৰিয়া বিশেষণ শব্দ, সংখ্যাবাচক শব্দ, সৰ্বনাম শব্দ, ক্ৰিয়ামূলক বা ধাতুৰ ব্যৱহাৰ, ধাতুৰূপৰ উদাহৰণ ইত্যাদি ক্ৰমত ইয়াক ৰচনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৮১ চন    মূল্য ঃ ৪.০০ টকা    পৃষ্ঠা ১-৭৪ (১ ম তাঙৰণ)

প্ৰকাশ ঃ ১৯৮৯ চন    মূল্য ঃ ১৮.০০ টকা    পৃষ্ঠা ১-৯৬

(পৰিবৰ্দ্ধিত সংস্কৰণ)

## ৰাভা জনজাতি

ৰাজেন ৰাভা

ৰাভা জনজাতি পুথিখন ছয়টা অধ্যায়ত বিভক্ত। প্ৰথম অধ্যায়ত আছে ৰাভা জাতিৰ আঁতিগুৰি, তেওঁলোকৰ বসতি আৰু জনসংখ্যা আৰু কৰ্মানুসৰি দল বা খেলৰ নাম; দ্বিতীয় অধ্যায়ত আছে ৰাভাসকলৰ ঘৰুৱা জীৱন - ঘৰ সজা, খেতি-বাতি, খোৱা-বোৱা, পানীয় প্ৰস্তুত কৰাৰ প্ৰণালী, বোৱা-কটা, সাজ-পাৰ, আ-অলংকাৰ, বাদ্যযন্ত্ৰ, অস্ত্ৰ ইত্যাদি; তৃতীয় অধ্যায়ত সামাজিক ৰীতি-নীতি; চতুৰ্থ অধ্যায়ত ধৰ্ম-বিশ্বাস; পঞ্চম অধ্যায়ত ৰাভাৰ লৌকিক গীত আৰু ষষ্ঠ অধ্যায়ত ৰাভা ভাষাৰ স্বৰূপ আলোচনা কৰা হৈছে। পৰিশিষ্টত ৰাভা কৃষ্টি-সংস্কৃতিৰ কথা সংক্ষেপে আলোচনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৭৪ চন    মূল্য ঃ ৭.৫০ টকা    পৃষ্ঠা ১-১৪৪



## ৰাভা শব্দ-সম্ভাৰ

ৰাজেন ৰাভা সংগৃহীত

এই পুথিত সংগৃহীত ৰাভা শব্দসমূহ বিভিন্ন ভাগত সজোৱা হৈছে। দ্বিতীয় অধ্যায়ত ৰাভা ভাষাৰ ব্যাকৰণৰ কিছুমান নিয়ম চমুকৈ দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৮২ চন    মূল্য ঃ ১২.০০ টকা    পৃষ্ঠা ১-১৪৪

## সীমান্তৰ শিক্ষা আৰু সাংস্কৃতিক নীতি

ড° মহেশ্বৰ নেওগ

এই পুথিত উত্তৰ-পূব সীমান্ত অঞ্চলৰ প্ৰশাসনৰ শিক্ষা আৰু সংস্কৃতি-বিষয়ক নীতিৰ কথা পৰ্যালোচনা কৰা হৈছে। ইয়াত ছটা প্ৰবন্ধ আছে আৰু ওপৰঞ্চিত কিছু কথা সংযোগ কৰা হৈছে।

প্ৰকাশ ঃ ১৯৬২ চন    মূল্য ঃ ২.০০ টকা    পৃষ্ঠা ১-১০৩

## স্নেহৰ অৰুণাচল ঃ মাই হিল্ ছো ষ্ট্ৰং

ড° মহেশ্বৰ নেওগ

অৰুণাচল প্ৰদেশত কৰা ভ্ৰমণ বিষয়ক প্ৰবন্ধ। ইয়াত আছে অসম আৰু অৰুণাচলৰ যুগমীয়া সম্পৰ্ক, টিৰাপৰ টিঙে টিঙে, পাটকাই পৰ্বতৰ প্ৰেম অমৃতৰ নদী, চৰিত পুথিৰ সাঁচি পাতে-পাতে, নগা নৰোত্তম, লুইতৰ আগাৰিৰ চেনেহৰ বাতৰি, ছিয়ম পৰীয়াৰ কথা, অৰুণাচলত অসমীয়া ভাষা ঃ আগৰ কথা, স্নেহৰ অৰুণাচল ঃ মাই হিল ছো ষ্ট্ৰং আৰু প্ৰাচীন অৰুণাচলৰ নৱ অৰুণোদয় ঃ নন্দী নৃপৰ পৰা প্ৰেম খাণ্ডু খুঙলৈ।

প্ৰকাশ ঃ ১৯৭৬ চন    মূল্য ঃ ৫.০০ টকা    পৃষ্ঠা ১-৯৭

## ডিমাছা ভাষা আৰু সংস্কৃতি

সম্পাদক ঃ শৈলেন দাস

অসমৰ জনগোষ্ঠী সমূহৰ ভিতৰত ডিমাছা সকল অন্যতম। ১৯৮৫ চনত

হাফলঙত 'ডিমাছা ভাষা আৰু সংস্কৃতিৰ ঐতিহাসিক বিশ্লেষণ' শীৰ্ষক আলোচনা চক্ৰ আয়োজন কৰা হৈছিল। উক্ত আলোচনা চক্ৰত অংশগ্ৰহণ কৰা সকলৰ ভাষণ এই গ্ৰন্থত সন্নিবিষ্ট কৰা হৈছে। সন্নিবিষ্ট ভাষণ সমূহ হ'ল- ড° উপেন্দ্ৰ নাথ গোস্বামীৰ 'ডিমাছা ভাষা আৰু সংস্কৃতিৰ আলোকৰেখা' ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যৰ 'অসমৰ চীন তিব্বতীয় ভাষাৰ পৰিয়ালত ডিমাছা ভাষাৰ স্থান' নৰেন্দ্ৰ নাথ বৰুৱাৰ 'ডিমাছা ভাষাৰ ধ্বনিতত্ত্ব আৰু ইতিবৃত্ত' স্বৰ্ণ বৰাৰ 'ডিমাছা ভাষা আৰু সংস্কৃতিৰ ঐতিহাসিক বিশ্লেষণ' নিৰুপমা হাগজেৰৰ 'ডিমাছা সংস্কৃতিত এভূমুকি' তৰুণ গোস্বামীৰ 'লোকসুৰত সূত্ৰ-স্বৰৰ উৰাদিহ ঃ ডিমাছা লোক সুৰৰ পৰিপ্ৰেক্ষিতত আৰু ধৰ্মেশ্বৰ দুৰৰাৰ 'ডিমাছা ভাষা আৰু লোক সাহিত্য'।

প্ৰকাশ ঃ ১৯৯৩ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ৬-৬৬

## মিচিং সংস্কৃতিৰ ৰেঙণি

গনেশ পেগু

মিচিং সংস্কৃতিৰ একনিষ্ঠ সেৱক, সাধক, শিল্পী গণেশ পেগুৰ মিচিং সমাজ আৰু সংস্কৃতিৰ বিষয়ে কৰা তেখেতৰ চৰ্চাৰ ফল "মিচিং সংস্কৃতিৰ ৰেঙণি"।

প্ৰকাশ ঃ ১৯৯৫ চন মূল্য ঃ ২৫.০০ টকা পৃষ্ঠা ৪-১৫৪

## বিহুৰাম বড়োৰ ব্যক্তিত্ব আৰু প্ৰতিভা

সম্পাদক ঃ সতীশ চন্দ্ৰ চৌধুৰী, জগদীশ পাটগিৰি

বড়ো ভাষা সাহিত্য- সংস্কৃতিৰ উত্তৰোত্তৰ উন্নতি আৰু সৰ্বতোপ্ৰকাৰৰ বিকাশৰ বাবে জীৱনৰ প্ৰতিটো মুহূৰ্ত ত্যাগ কৰা, নিজস্ব জাতি-সত্বাৰ উন্নতিৰ লগতে সকলো জনগোষ্ঠীৰ ঐক্য-সংহতি অটুত ৰখাৰ ঐকান্তিক প্ৰচেষ্টা চলোৱা বিহুৰাম বড়োৰ জীৱনৰ বিভিন্ন দিশ সম্পৰ্কে এই গ্ৰন্থত আলোচনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৯৫ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ৩-৭২



## চাহ জন-জাতিৰ কিম্বদন্তী

গণেশ চন্দ্ৰ কুৰ্মি।

অন্যান্য সকলৰ দৰে চাহ জন-জাতিও লোককথা আৰু কিম্বদন্তীৰ এক অফুৰন্ত ভঁৰালৰ অধিকাৰী। এই গ্ৰন্থৰ জৰিয়তে বহু সংখ্যক লোককথা লিপিবদ্ধ কৰাৰ প্ৰচেষ্টা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৯৭ চন মূল্য ঃ ৪০.০০ টকা পৃষ্ঠা ৪-১১৮

## ব্ৰহ্মাৰ চকুলো

গণেশ চন্দ্ৰ কুৰ্মি

চাহ জন-জাতি লোক সকলৰ নিজৰ অতীত গৌৰৱ গাঁথা আৰু বিপৰ্যয়ৰ কৰুণ কাহিনী স্মৃতিৰ বৰপেৰাৰ পৰা এই গ্ৰন্থত লিপিবদ্ধ কৰা হৈছে।

প্ৰকাশ ঃ ১৯৯৮ চন মূল্য ঃ ৩৫.০০ টকা পৃষ্ঠা ৩-১০২

## চাহ গছৰ মাজে মাজে

সুশীল কুৰ্মী

এই গ্ৰন্থত চাহ জনগোষ্ঠীৰ ভাষা-সাহিত্য, কৃষ্টি-সংস্কৃতিৰ বিষয়ে গবেষণামূলক প্ৰবন্ধৰ উপৰি এই জনগোষ্ঠীৰ আৰ্থ সামাজিক দিশৰ ওপৰত পৰ্যালোচনা কৰিছে।

সভাৰ হৈ কিৰণ প্ৰকাশন, ধেমাজি

প্ৰকাশন- ২০০৮ মূল্য ঃ ৫০.০০ টকা, পৃষ্ঠা ১৪০

## চাহ বাগিচাৰ কথা

সুশীল কুৰ্মী

চাহ বগিচাৰ জন-জীৱনৰ ওপৰত প্ৰস্তুত কৰি উলিওৱা পুথি।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ৭.০০ টকা পৃষ্ঠা ১-৮০

## চাহ বাগিচাৰ জীৱন আৰু সংস্কৃতি

সুশীল কুৰ্মী

অসমৰ চাহ জনগোষ্ঠীৰ জীৱনধাৰা, লোক-সংস্কৃতি তথা অন্যান্য সামাজিক পৰম্পৰাৰ ওপৰত বিস্তৃত বিৱৰণেৰে প্ৰস্তুত কৰা গৱেষণা গ্ৰন্থ।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ৩০.০০ টকা পৃষ্ঠা ১-২১৫

## চাহ জনগোষ্ঠীৰ চিন্তা চেতনা

সম্পাদক ঃ ৰাজেন গগৈ

এই গ্ৰন্থত চাহ-বাগিচাৰ জনগোষ্ঠীৰ মাজত প্ৰচলিত লোক বিশ্বাস, সালুক বচন, সাঁথৰ, উৎসৱ, পূজা-পৰ্ব, কিংবদন্তী, চাহ জনগোষ্ঠীৰ পৰিচয়মূলক প্ৰবন্ধ, ভাষা-সংস্কৃতিৰ পৰিচয় জ্ঞাপক প্ৰবন্ধ সন্নিবিষ্ট হৈছে। গ্ৰন্থ সম্পাদন কৰোঁতে সম্পাদকে চাহ-বাগিচাৰ কৰ্মীৰ অনুভৱ, চিন্তা, চেতনাত গুৰুত্ব দিছে আৰু চাহ জনগোষ্ঠীৰ মাজৰ পৰাই লেখক নিৰ্বাচন কৰিছে।

প্ৰকাশ ঃ ২০০১ চন মূল্য ঃ ৮০.০০ টকা পৃষ্ঠা - ৩৫৭

## চাহ শ্ৰমিকৰ স্বাস্থ্য চিন্তা

প্ৰহ্লাদ চন্দ্ৰ তাছা

চাহ- বাগিচাৰ শ্ৰমিক সকলৰ স্বাস্থ্যৰ প্ৰতি সজাগ কৰি তুলিবৰ বাবে এই গ্ৰন্থ প্ৰণয়ন কৰা হৈছে। চাহ-বাগিচাৰ নব সাক্ষৰ আৰু অল্প শিক্ষিত সকলৰ প্ৰতি দৃষ্টি ৰাখি তেওঁলোকে সহজে বুজি পোৱাকৈ বিষয়বস্তু গ্ৰন্থখনিত উপস্থাপন কৰা হৈছে।

প্ৰকাশ ঃ ২০০১ চন বিনামূলীয়া পৃষ্ঠা ৫-২৪

## অসমৰ জনজাতি

প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য সম্পাদিত

অসম, উত্তৰ-পূব সীমান্ত অঞ্চল আৰু নগাভূমিৰ বিভিন্ন জনগোষ্ঠীৰ থূলমূল আভাস থকা বিভিন্ন লেখকৰ প্ৰবন্ধ সংকলন। এই জনজাতিসকল হ'ল অকা, আদি, খাছি, ছিনটেং, গাৰো, ডিমাছা, বড়ো, সোণোৱাল, ডফলা, দেউৰী-চুতীয়া, দোৱনীয়া, ফাকিয়াল, মিকিৰ, মিজো, মিৰি বা মিছিং, ৰাভা, লালুং, আওনগা, টাংখুন নগা, মণিপুৰী, নৰা, তুৰুং, আইতনীয়া, নক্টে, ৱাঞ্চো, টাংছা, খামটি, মিচিমি, চিংফৌ, আপাতানি, টাগিন, ছেৰদুকপেন, মন্‌পা, ভুটীয়া ইত্যাদি।

প্ৰকাশ ঃ ১৯৬২ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-৩৪৪



# বিভিন্ন সাধু প্ৰকাশন

## অসমৰ জনজাতীয় সাধু

বিশ্বনাৰায়ণ শাস্ত্ৰী সম্পাদিত

অসম, নগাভূমি আৰু উত্তৰপূব সীমান্ত অঞ্চলৰ জনজাতিসকলৰ মাজত প্ৰচলিত সাধুকথাৰ সংগ্ৰহ।

প্ৰকাশ ঃ ১৯৬২ চন মূল্য ঃ ৬.০০ টকা পৃষ্ঠা ১-৩৬০

## অসম গৌৰৱ

বিনন্দ চন্দ্ৰ বৰুৱা

এই পুথিত ১৯৫৮ খ্ৰীষ্টাব্দলৈকে দেশৰ স্বাধীনতাৰ নিমিত্তে পুৰুষাৰ্থ কৰা মহান ব্যক্তিসকলৰ জীৱনী সন্নিৱিষ্ট কৰা আছে।

প্ৰকাশ ঃ ১৯৮৯ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ঃ ১-৮০

## অসমীয়া সাধুকথা

শৰৎ চন্দ্ৰ গোস্বামী সম্পাদিত

এই পুথি আঠোটা সাধুৰ সংগ্ৰহ। ইয়াৰ সাধুসমূহ হ'ল- কাকৰ প্ৰশ্ন আৰু ৰাজপুত্ৰৰ উত্তৰ, বিক্ৰমাদিত্য আৰু শুকৰ কথা, দুই মাললৰ সাধু, উদয়গিৰিৰ ৰাজকোঁৱৰৰ কথা, বৰাই পাণৰ কথা, বাৰ ঠাকুৰীয়াৰ কথা, জংঘলি বাচ্ছা আৰু গোলেবকালি ফুলৰ কথা। প্ৰথম প্ৰকাশ ১৯২৯ চন। শৰৎ চন্দ্ৰ গোস্বামীৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে এই গ্ৰন্থ যতীন্দ্ৰ নাথ গোস্বামীৰ দ্বাৰা সম্পাদিত।

প্ৰকাশ ঃ ১৯৮৭ চন মূল্য ঃ ৬.০০ টকা পৃষ্ঠা ১-৭৬

**ময়নাৰ সাধুকথা**

ড° মুকুন্দ মাধৱ শৰ্মা

সভাৰ "তাৰাপ্ৰসাদ চক্ৰৱৰ্তী স্মাৰক ন্যাস পুঁজি" সমিতিয়ে সংস্কৃত সাহিত্যৰ আধাৰত শিশুপোযোগী সাধুকথাৰ পুথি প্ৰস্তুত কৰাৰ সিদ্ধান্ত লয় আৰু তাৰ ফলতেই এই গ্ৰন্থ প্ৰকাশ হয়। ড° শৰ্মাদেৱে সংস্কৃত সাহিত্যৰ পৰা অতি মনোৰম ভাৱে শিশুৰ বাবে এই গ্ৰন্থ প্ৰণয়ন কৰি দিয়ে।

প্ৰকাশ ঃ ১৯৯৩ চন  মূল্য ঃ ১৬.০০ টকা  পৃষ্ঠা ৪-৬৬

**উদয়াচলৰ সাধু**

লুম্মেৰ দাই বিৰচিত

উদয়াচলৰ সাধু উত্তৰ পূব সীমান্ত অঞ্চলত প্ৰচলিত বাৰটা সাধুৰ সংগ্ৰহ। পুথিখন ল'ৰা-ছোৱালীৰ উপযোগীকৈ লেখা হৈছে।

প্ৰকাশ ঃ ১৯৬০ চন  মূল্য ঃ ২.০০ টকা  পৃষ্ঠা ১-৬১

**কামেং সীমান্তৰ সাধু**

য়েছে দৰজে ঠংচি

অৰুণাচলৰ কামেং জিলাৰ বিভিন্ন জনগোষ্ঠীৰ মাজত প্ৰচলিত সাধুৰ ভিতৰত দহোটা সাধুৰ সংগ্ৰহ। এই সাধুৰ মাজেদি কামেং সীমান্তৰ বিভিন্ন জনগোষ্ঠীৰ সমাজ, চিন্তাধাৰা আৰু জনবিশ্বাসৰ ছবি প্ৰতিফলিত হৈছে।

প্ৰকাশ ঃ ১৯৭৬ চন  মূল্য ঃ ৩.০০ টকা  পৃষ্ঠা ১-৮০

**কাৰ্বি সাধু**

ৰংবং তেৰাং

এই পুথি কাৰ্বিসকলৰ মাজত প্ৰচলিত বাৰটা সাধুৰ সংকলন। ইয়াৰ 'পাতনি'ত কাৰ্বি জনগোষ্ঠীৰ চমু পৰিচয় দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৭৬ চন  মূল্য ঃ ২.০০ টকা  পৃষ্ঠা ১-৪৬



**কিংবদন্তিৰ সাধু**

ড° হেমন্ত কুমাৰ শৰ্মা সম্পাদিত

লেখকে বিভিন্ন ঠাইৰ পৰা সংগ্ৰহ কৰা নটা কাহিনীক কিংবদন্তীৰ সাধুৰ অন্তৰ্ভুক্ত কৰিছে। সিবোৰ হ'ল বটদ্ৰৱা নামে গ্ৰাম, মৃতসঞ্জীৱনী সেইবোৰৰ ক'ত, বিৰিণাৰ শিৰ, বৈদ্যৰ গড়ৰ কাহিনী, প্ৰণয়ৰ পৰিণাম, পুণ্যসলিলা, গংগাপুখুৰীৰ কৰুণ কাহিনী, বৰুৱাৰ পুখুৰীৰ কোনে নেখায় পানী, টুইচোং নদীৰ জন্ম কাহিনী আৰু নৈখন ওলোটাকৈ বয় কিয়। পৰিশিষ্টত কিংবদন্তীকেইটাৰ সংগ্ৰহৰ উৎস আৰু প্ৰাসংগিক টোকা দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৭৮ চন  মূল্য ঃ ৩.০০ টকা (কেচা বন্ধা)  পৃষ্ঠা ১-৫৬
মূল্য ঃ ৪.০০ টকা (পকা বন্ধা)

**চাহ বনুৱাৰ মাজত প্ৰচলিত সাধু**

দেউৰাম তাছা

এই পুথিত দহোটা সাধু আছে। তাছাই বয়সস্থা মহিলাসকলৰ মুখে শুনা সাধু ইয়াত সন্নিবিষ্ট কৰিছে।

প্ৰকাশ ঃ ১৯৭৭ চন  মূল্য ঃ ২.৫০ টকা (কেচা বন্ধা)  পৃষ্ঠা ১-৬০

**ডাৱৰৰ দেশৰ ৰূপকথা**

ৰামচন্দ্ৰ চুতীয়া

লেখকে অৰুণাচল প্ৰদেশৰ 'সোৱণশিৰি জিলাৰ নিচি সমাজৰ পৰা ৰূপকথাবোৰ' সংগ্ৰহ কৰি শিশুৰ উপযোগীকৈ পুথিখন ৰচনা কৰিছে। ইয়াত যোল্লটা সাধু আছে।

প্ৰকাশ ঃ ১৯৮৭ চন  মূল্য ঃ ৫.০০ টকা  পৃষ্ঠা ১-৬৯

**দেউৰী সাধু**

ডম্বৰুধৰ দেউৰী

দেউৰী সমাজত প্ৰচলিত যোল্লটা সাধুৰ সংগ্ৰহ।

প্ৰকাশ ঃ ১৯৭৭ চন  মূল্য ঃ ৩.০০ টকা  পৃষ্ঠা ১-৮১
প্ৰকাশ ঃ ১৯৯০ চন  মূল্য ঃ ১০.০০ টকা  পৃষ্ঠা ১-৮০

**নবী-কাহিনী**

মোহাম্মাদ চাদেৰ আলি

ইছলাম ধৰ্ম প্ৰচাৰাৰ্থে 'আল্লাই পৃথিৱীৰ বুকুলৈ যুগে যুগে' পঠোৱা অসংখ্য নবীৰ ভিতৰৰ ছয়ত্ৰিশ গৰাকীৰ কাহিনীৰ আধাৰত লেখকে এই গ্ৰন্থখন সহজ সৰল ভাষাত যুগুত কৰিছে। যেনে - সৃষ্টিৰ আদি কথা, হজৰত আদমৰ (আঃ) কাহিনী, হজৰত শ্বীছৰ (আঃ) কাহিনী, হজৰত ইদ্ৰিছৰ (আঃ) কাহিনী, হজৰত নুহৰ (আঃ) কাহিনী, হজৰত হুদৰ (আঃ) কাহিনী, হজৰত ছালেহাৰ (আঃ) কাহিনী, হজৰত ইব্ৰাহিমৰ (আঃ) কাহিনী, হজৰত লুতৰ (আঃ) কাহিনী, হজৰত ইছমাইলৰ (আঃ) কাহিনী, হজৰত ইচ্ছাৰ (আঃ) কাহিনী আৰু হজৰত মোহাম্মদৰ (দঃ) কাহিনী। শব্দাৰ্থৰ এখন তালিকাও সংযোগ কৰা হৈছে।

প্ৰথম প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-১০২

দ্বিতীয় প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-১০২

তৃতীয়ন প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-১০২

**নৰমী**

দ্ৰোণ উপাধ্যায়, তাৰাপতি উপাধ্যায় আৰু টীকাৰাম উপাধ্যায় 'নিৰ্ভীক'

এই পুথি নটা নেপালী সাধুৰ সংকলন। সংকলয়িতাসকলে সাধুকেইটা সহজভাৱে লিখিছে।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ২.৫০ টকা পৃষ্ঠা ১-৫৪

**বুদ্ধ জাতকৰ সাধু**

শাসনবংশ ভিক্ষু

এই পুথিত তেৰটা জাতক-কাহিনী আৰু আন বৌদ্ধ সাহিত্যৰ দুটা কাহিনীৰে মুঠ তেৰটা সাধু আছে। লেখকে (বুদ্ধ জাতকৰ সাধু) পুথিখন শিশুৰ উপযোগীকৈ ৰচনা কৰিছে। পৰিশিষ্টৰ টোকাও মূল্যবান।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ২.৫০ টকা পৃষ্ঠা ১-৫৬

**বড়ো সাধু**

বীৰেন্দ্ৰ কুমাৰ দাস

এই পুথিত একুৰি পোন্ধৰটা সাধু আছে। অসমৰ পশ্চিম অঞ্চলৰ বড়োসকলৰ মাজত প্ৰচলিত সাধু দাসে শিশুৰ উপযোগীকৈ লিখিছে।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-১২৮



**মিচিং সাধু**

তৰুণ চন্দ্ৰ পামেগাম

এই পুথি মিচিং সমাজত প্ৰচলিত বাইশটা সাধুৰ সংকলন। এই সাধুসমূহ মিচিং লোক-বিশ্বাসৰ উজ্বল নিদৰ্শন।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ২.৫০ টকা পৃষ্ঠা ১-৫৬

**ৰহিম-ৰূপৱানৰ সাধু**

আতাউৰ ৰহমান, ইব্ৰাহিম আলি আৰু এম. এলিমউদ্দিন সম্পাদিত

বৰপেটা মহকুমাৰ মুছলমানসকলৰ মাজত প্ৰচলিত বাৰটা সাধুৰ সংগ্ৰহ।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ৩.৫০ টকা পৃষ্ঠা ১-৩৬

**ৰাভা সাধু**

ৰাজেন ৰাভা সম্পাদিত

ৰাভা জাতিৰ মাজত প্ৰচলিত দহোটা সাধুৰ সংগ্ৰহ। আৰম্ভণিতে ৰাভা জনজাতিৰ সংক্ষিপ্ত পৰিচয় শীৰ্ষক এটা অধ্যায় আছে।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-১৩১

**শিখ ধৰ্মীয় সাধু**

ইকবাল কৌৰ

শিখসকলৰ দহোটা ধৰ্মীয় সাধুৰ সংগ্ৰহ। পৰিশিষ্টত দহজনা শিখ গুৰুৰ চিনাকি দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ১.৫০ টকা পৃষ্ঠা ১-৬৩

**সেউজী পাতৰ মাজে মাজে**

নগেন শইকীয়া সম্পাদিত

চাহ বাগিচাৰ বনুৱাৰ মাজত প্ৰচলিত সাধুকথাৰ সংগ্ৰহ। ইয়াৰ সাধুকেইটা হ'ল - শালুক কোঁৱৰ, ধোবা পুত্ৰ, কেতেকী চৰায়ে বিনায় কিয়, বাঘ ঃ কুকুৰ ঃ মেকুৰী, সাদৰ, টেঙৰ শিয়াল, ছটা ডকাইত আৰু এজনী তিৰোতা, এই হাড়ীয়া ঘৰে ঘৰে, বাদুলীৰ জন্ম কথা আৰু মেকুৰীৰ জন্ম কথা।

প্ৰকাশ ঃ ১৯৬৬ চন মূল্য ঃ ১.০০ টকা পৃষ্ঠা ১-৪০

**সোণোৱালৰ সাধু**

গগন চন্দ্ৰ সোণোৱাল

এই গ্ৰন্থ মংগোলীয় জনগোষ্ঠীৰ এটা বৈশিষ্ট্যপূৰ্ণ সম্প্ৰদায় সোণোৱালসকলৰ মাজত প্ৰচলিত সাধুৰ সংকলন। ইয়াত ষোল্লটা সাধু আছে।

প্ৰথম প্ৰকাশ ঃ ১৯৭৮ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-১০৯

দ্বিতীয় প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-৯১

**খামটি সাধু**

বিশ্ব বৰুৱা

বৃহৎ তিব্বত বৰ্মীয় গোষ্ঠীৰ অন্তৰ্ভুক্ত খামতি সকল অসমৰ এটা উল্লেখযোগ্য জনগোষ্ঠী। লৌকিক গীত-মাতৰ উপৰিও তেওঁলোকৰ মাজত প্ৰচলিত একুৰি সাধুকথা সংগ্ৰহ কৰি এই গ্ৰন্থ যুগুতাই উলিয়াইছে।

প্ৰকাশ ঃ ১৯৯৩ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ৪-৮৭

**আইতাৰ সাধু**

মুনীন্দ্ৰ নাথ চক্ৰৱৰ্ত্তী

আইতা বা বুঢ়ী আইৰ মুখৰ পৰা ওলোৱা সাধুকথা সমূহৰ এক সুকীয়া গুৰুত্ব আছে। এনে পৰ্যায়ৰ সাধুকথাবোৰ মৌখিক ভাবেই বেছিকৈ চলি থাকে। তেনে সাধুকথাবোৰক লিখিত ৰূপত সংৰক্ষিত কৰাৰ বৌদ্ধিক প্ৰচেষ্টাৰ ফল আইতাৰ সাধু।

প্ৰকাশ ঃ ১৯৯৪ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ৩-১৬

**কিংবদন্তীৰ সাধু**

ড° হেমন্ত কুমাৰ শৰ্মা

কেইবাটাও মনোগ্ৰাহী কিংবদন্তী সংগ্ৰহ কৰি সুন্দৰকৈ উপস্থাপন কৰিছে। পাতনিত ড° শৰ্মাই সাধু আৰু কিংবদন্তীৰ বিষয় বস্তুৰ পাৰ্থক্য সেয়া ফহিয়াই দেখুৱাইছে।

প্ৰথম প্ৰকাশ ঃ ১৯৭৮ চন মূল্য ঃ ৩.০০ টকা (কেচাবন্ধা) পৃষ্ঠা ৭-৫৬

মূল্য ঃ ৪.০০ টকা (পকাবন্ধা)



**সাধুকথাৰ টোপোলা**

মাধৱ চন্দ্ৰ অধিকাৰী

নামনি অসমৰ বিভিন্ন অঞ্চলত প্ৰচলিত কথিত সাধুৰ লিখিত ৰূপ।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ৮.০০ টকা পৃষ্ঠা ১-৮০

**দেশ বিদেশৰ সাধু**

সুভদ্ৰা বৰুৱা

দেশ-বিদেশৰ সাধুৰ প্ৰকাশন।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-৮০

**গোৱালপৰীয়া সাধুকথা**

ভৱেশ দাস

গোৱালপাৰা অঞ্চলৰ বিভিন্ন লোক কাহিনীক লৈ এই গ্ৰন্থ সংকলিত কৰা হৈছে।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-৮০

# শিশু উপযোগী গ্ৰন্থ

**অকণিৰ বাহাদুৰ গাঁওবুঢ়া**

আব্দুছ ছাত্তাৰ

এই পুথিত বাহাদুৰ গাঁওবুঢ়াৰ চমু চিনাকি সহজ-সৰল ভাষাত দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ১.০০ টকা পৃষ্ঠা ১-১৫

**ধম্মপদৰ কথা আৰু কাহিনী**
**(তাৰাপ্ৰসাদ চক্ৰৱৰ্তী সোঁৱৰণী শিশু গ্ৰন্থমালা - ৮)**

**ড০ অমল ৰাজখোৱা**

**ধম্মপদ** বৌদ্ধধৰ্মীয় দৰ্শন আৰু বৌদ্ধসাহিত্যৰ এখন পবিত্ৰ আৰু মহৎ গ্ৰন্থ। মূল ত্ৰিপিটকৰ অন্যতম সুত্তপিটকৰ অন্তৰ্গত খুদ্দ নিকায়ৰ দ্বিতীয় গ্ৰন্থ। গ্ৰন্থভাগত সন্নিবিষ্ট প্ৰতিটো স্তবকত আছে নীতি জ্ঞানযুক্ত মৰ্মবাণীৰে মহৎ কথা আৰু প্ৰতিটো গাথাৰে অন্তৰ্নিহিত এটি কাহিনী। এই কাহিনীবোৰ এফালে শিশু আৰু চেমনীয়াৰ বাবে উপযোগী আনফালে সচেতন লোকৰ বাবে তত্ত্বমূলক অথচ মহৎ কথাযুক্ত।

প্ৰকাশ ঃ ২০০৯ চন মূল্য ঃ ...... টকা পৃষ্ঠা- ........

**অসমৰ চৰাই-চিৰিকতি**

শান্তা শৰ্মা

শৰ্মাই এই সচিত্ৰ পুথিখন শিশুৰ উপযোগীকৈ ৰচনা কৰিছে। ইয়াৰ শিতানসমূহ হ'ল - চৰাই চাবা আমোদ পাবা, অসমৰ চৰাই-চিৰিকতি, ঘৰৰ কাষত দেখা চৰাই, মাটিত দেখা চৰাই, পানীত থকা আৰু পানীৰ কাষৰ চৰাই, বতাহত দেখা চৰাই, ৰাতি ওলোৱা চৰাই, মঙহ খোৱা চৰাই, ভ্ৰমণকাৰী চৰাই আৰু চৰাই আমাৰ উপকাৰী।

প্ৰকাশ ঃ ১৯৮৯ চন মূল্য ঃ ১২.০০ টকা পৃষ্ঠা ১-৭৪



**উদ্‌গণি**

শৈলধৰ ৰাজখোৱা

নিজৰা কবি শৈলধৰ ৰাজখোৱাৰ স্বৰচিত শিশুৰ উপযোগী কবিতা পুথি। ৰাজখোৱাদেৱৰ জন্ম-শতবাৰ্ষিকীত প্ৰকাশিত।

প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-১১০

**অসমৰ বন-বননি বন্যপ্ৰাণী**

জীৱন দাস

এই পুথিত অসমৰ বন-বননি, জীৱ-জন্তু, চৰাই-চিৰিকতি, অৰ্কিড, পখিলা, মাছ, সাপ আদিৰ বিৱৰণ আছে। পৰিশিষ্টত কিছু কথা সংযোগ কৰা হৈছে।

প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ১-১৬২

**আখৰৰ গীত**

গগন চন্দ্ৰ অধিকাৰী

শিশু উপযোগী কাব্যগ্ৰন্থ।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-২০

**আনন্দৰাম বৰুৱা**

গুৰুদত্ত ভাগৱতী

লেখকে পুথিখন শিশুৰ উপযোগীকৈ ৰচনা কৰিছে। তেওঁ তেৰটা শিতানত পণ্ডিতপ্ৰবৰ আনন্দৰাম বৰুৱাৰ জীৱন আৰু কৰ্মৰ আভাস দিবৰ চেষ্টা কৰিছে।

প্ৰকাশ ঃ ১৯৮৬ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-৪০

**আমাৰ লক্ষ্মীনাথ**

বিনন্দ চন্দ্ৰ বৰুৱা

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত শিশুজীৱনী। বেজবৰুৱাৰ বংশ পৰিচয়, জন্ম, বাল্যকাল, শিক্ষা, সাহিত্য-চৰ্চা, দেশ-প্ৰেমিক বেজবৰুৱা, বেজবৰুৱা মানুহজন আদি বিভিন্ন শিতানত ল'ৰা-ছোৱালীক বেজবৰুৱাৰ জীৱন আৰু সাহিত্য-কৰ্মৰ আভাস দিবৰ প্ৰয়াস কৰিছে।

প্ৰথম প্ৰকাশ ঃ ১৯৬৮ চন    মূল্য ঃ ১.৫০ টকা    পৃষ্ঠা ১-৫৬
দ্বিতীয় প্ৰকাশ ঃ ১৯৮২ চন    মূল্য ঃ ১.৫০ টকা    পৃষ্ঠা ১-৫৬
তৃতীয় প্ৰকাশ ঃ ১৯৮২ চন    মূল্য ঃ ৮.০০ টকা    পৃষ্ঠা ১-৫৬

## আমি পাহাৰ বগাবলৈ যাওঁ

খগেন্দ্ৰ নাথ বৰা

অসম পৰ্বতাৰোহন সন্থাই ১৯৭৪ চনৰ চেপ্তেম্বৰ মাহত আয়োজন কৰা গাড়োৱাল হিমালয়ৰ বান্দৰপুঞ্জ শৃংগ আৰোহন কৰাৰ দুঃসাহসিক অভিযানৰ প্ৰত্যক্ষ অভিজ্ঞতাৰ ভিত্তিত বৰাই পোন্ধৰটা অধ্যায়ত পুথিখন ৰচনা কৰিছে।

প্ৰথম প্ৰকাশ ঃ ১৯৮৬ চন    মূল্য ঃ ৭.০০ টকা    পৃষ্ঠা ১-৭৩
দ্বিতীয় প্ৰকাশ ঃ ১৯৯০ চন    মূল্য ঃ ১০.০০ টকা    পৃষ্ঠা ১-৭৩

## কিশোৰ-উপনিষদ

নৰকান্ত বৰুৱা

বৰুৱাই উপনিষদৰ কেইটামান আখ্যান বাছি লৈ কিশোৰ-কিশোৰীৰ কাৰণে পুথিখন ৰচনা কৰিছে। পুথিখনৰ আগকথাত অধ্যাপক ৰজনীকান্ত দেৱ শৰ্মাই উপনিষদ সাহিত্যৰ কথা আলোচনা কৰিছে।

প্ৰকাশ ঃ ১৯৮৯ চন    মূল্য ঃ ১৬.০০ টকা    পৃষ্ঠা ১-৭৪

## গান-বাজনা আৰু ৰং-বিৰঙৰ খেল

ড° মহেন্দ্ৰ নাথ বৰা

ড° বৰাই শিশুক **গান-বাজনা আৰু ৰঙ-বিৰঙৰ খেলা**ৰ মাজেদি শব্দ আৰু পোহৰ বিজ্ঞানৰ (চাউণ্ড এণ্ড লাইট্) সাধাৰণ বতৰা বিলাবৰ বাবে পুথিখন যুগুত কৰিছে।

প্ৰকাশ ঃ ১৯৮১ চন    মূল্য ঃ ৩.৫০ টকা    পৃষ্ঠা ১-৫৫



## চন্দ্ৰধৰ বৰুৱা মানুহজন

ডিম্বেশ্বৰ শৰ্মা

সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাৰ জন্ম শত-বাৰ্ষিকী উপলক্ষে প্ৰকাশিত। ইয়াত বৰুৱাৰ চমু জীৱনী আছে।

প্ৰকাশ ঃ ১৯৭৫ চন    মূল্য ঃ ০.৫০ টকা    পৃষ্ঠা ১-২৪

## চিত্ৰলেখা

ড° মহেশ্বৰ নেওগ

লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱনৰ সাধু। অসমীয়া আৰু ইংৰাজীত বেজবৰুৱাৰ জীৱনী সাধুৰ আকাৰে লিখা হৈছে। পুথিৰ শেষৰ ফালে বেজবৰুৱাৰ ৪৬ খন ছবি দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৬৮ চন    মূল্য ঃ ৬.০০ টকা    পৃষ্ঠা ১-১১+২৭

## জয়মতী আৰু মূলা গাভৰু

লীলা গগৈ

অসম বুৰঞ্জীৰ পাত উজ্বল কৰা দুগৰাকী বৰণীয় ৰমণী জয়মতী আৰু মূলাগাভৰুৰ জীৱনী ল'ৰা-ছোৱালীৰ উপযোগীকৈ লিখা হৈছে।

প্ৰকাশ ঃ ১৯৬৩ চন    মূল্য ঃ ০.৬০ টকা    পৃষ্ঠা ১-২৯

## টকাত একোটা হাতী

গগন চন্দ্ৰ অধিকাৰী

শিশুৰ উপযোগীকৈ লিখা এই সচিত্ৰ পুথি যোল্লটা কবিতাৰ সমষ্টি। এই গ্ৰন্থৰ বাবে লেখকে প্ৰেমধৰ সোঁৱৰণী বঁটা পায়।

প্ৰথম প্ৰকাশ ঃ ১৯৮১ চন    মূল্য ঃ ৪.৫০ টকা    পৃষ্ঠা ১-৫১
দ্বিতীয় প্ৰকাশ ঃ ১৯৮৭ চন    মূল্য ঃ ৮.০০ টকা    পৃষ্ঠা ১-৫১
তৃতীয় প্ৰকাশ ঃ ১৯৯০ চন    মূল্য ঃ ৮.০০ টকা    পৃষ্ঠা ১-৮৭

**টলষ্টয়**

**শশী শৰ্মা**

টলষ্টয়ৰ শিশু-উপযোগী জীৱনী। ইয়াৰ পঁচিশটা শিতানত লেখকে লিও নিকোলায়েভিচ টলষ্টয়ক সম্যক পৰিচয় দিছে। পৰিশিষ্টত পুথিৰ তালিকা এখনো সংযোগ কৰা হৈছে।

প্ৰকাশ ঃ ১৯৭৮ চন মূল্য ঃ ৬.০০ টকা পৃষ্ঠা ১-১২০

**দেশভক্ত তৰুণৰাম ফুকন**

জিতেন্দ্ৰনাথ বুজৰবৰুৱা

দেশভক্ত তৰুণৰাম ফুকন পুথিত ফুকনৰ বংশ পৰিচয়, জন্ম, ল'ৰা-কাল, শিক্ষা (গুৱাহাটী, কলিকতা), বিলাতত বেৰিষ্টাৰী শিক্ষা, প্ৰত্যাৱৰ্তন, ফুকনৰ বিয়া, ব্যৱসায়, চিকাৰ, বক্তা, সাহিত্য চৰ্চা, ৰসিক আৰু বাগ্মী ফুকন, দেশসেৱা, ফুকনৰ মৃত্যু আদি কথাৰে জীৱনীখন ল'ৰা-ছোৱালীৰ কাৰণে লেখা হৈছে।

প্ৰথম প্ৰকাশ ঃ ১৯৭৬ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-৭২
দ্বিতীয় প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-৬৪

**বিষ্ণু ৰাভা**

চিত্ৰ মহন্ত

লেখকে বিষ্ণুপ্ৰসাদ ৰাভাৰ চমু জীৱনীখন শিশুৰ উপযোগীকৈ ৰচনা কৰিছে।

প্ৰথম প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-৪৩
দ্বিতীয় প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ৬.০০ টকা পৃষ্ঠা ১-৪৪

**মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ**

শৈলেন দাস

এইখন শিশুৰ কাৰণে লেখা মহাপুৰুষ শংকৰদেৱৰ চমু জীৱনী।

প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ২.০০ টকা পৃষ্ঠা ১-২৮



**মহাপুৰুষ মাধৱদেৱ**

ধনপতি ডেকা

মহাপুৰুষ মাধৱদেৱৰ সংক্ষিপ্ত জীৱন চৰিত।

প্ৰথম প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-২৪
দ্বিতীয় প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-২৪
তৃতীয় প্ৰকাশ ঃ ১৯৯৩ চন মূল্য ঃ ৮.০০ টকা পৃষ্ঠা ১-১২৬

**মহাবীৰ লাচিত**

যুতীন্দ্ৰ নাথ ফুকন

এইখন লাচিত বৰফুকনৰ চমু জীৱনী।

প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ২.০০ টকা পৃষ্ঠা ১-২৯

**মৌ মহাভাৰত**

মিত্ৰদেৱ মহন্ত

লেখকে তেওঁৰ নিজস্ব ৰচনা-ৰীতিৰে শিশুৰ উপযোগীকৈ মহাভাৰতখন ৰচনা কৰিছে।

প্ৰথম প্ৰকাশ ঃ ১৯৭৯ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-২৫২
দ্বিতীয় প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ১-২৭৫

**ৰজা নৰনাৰায়ণ**

ৰমেশ চন্দ্ৰ কলিতা

এইখন মহাৰাজ নৰনাৰায়ণৰ চমু জীৱনী।

প্ৰথম প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-৪০
দ্বিতীয় প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ৬.০০ টকা পৃষ্ঠা ১-৩৯

**লোকসেৱক ৰূপনাথ ব্ৰহ্ম**

বনলক্ষ্মী কাছাৰী

এইখন সুদীৰ্ঘকাল অসমৰ মন্ত্ৰী হৈ থকা সমাজ তথা লোক-সেৱক ৰূপনাথ ব্ৰহ্মাৰ চমু জীৱনী।

প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-৪০

### শিশু-পাৰিজাত
মোহাম্মদ চাদেৰ আলি

লেখকে শ্বেখ ছাদী ছিৰাজীৰ গুলেঁস্তাৰ আধাৰত সতোটা শিতানত শিশুৰ উপযোগীকৈ আঠসত্তৰটা গল্প ৰচনা কৰিছে।

প্ৰথম প্ৰকাশ ঃ ১৯৮৬ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-৫২

### শ্বহীদ কুশল কোঁৱৰ
ললিত বৰা

এই চমু জীৱনীখন শিশুৰ উপযোগীকৈ ৰচনা কৰা হৈছে।

প্ৰথম প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-৩৬

দ্বিতীয় প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-৩৬

### মানুহৰ পৰিচয়
ভূৱন মোহন দাস

অসম তথা উত্তৰ-পূৰ্বাঞ্চল হৈছে বিভিন্ন জাতিৰ মিলন ভূমি। এই ভূ-খণ্ডৰ বুৰঞ্জী অতি প্ৰাচীন আৰু গৌৰৱময়। সু-প্ৰাচীন কালৰ পৰা মানুহে নিজৰ সভ্যতা আৰু সংস্কৃতিক ন-ন ৰূপেৰে জাতিষ্কাৰ কৰি আহিছে। এই পৰিক্ৰমাৰ বিষয়ে দাস ডাঙৰীয়াই শিশুৰ উপযোগী কৰি প্ৰণয়ন কৰি উলিয়াইছে।

প্ৰকাশ ঃ ১৯৯৬ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ৫-৫৬

### বিলুপ্ত প্ৰাণী জগত
ডিম্বেশ্বৰ চলিহা

এই গ্ৰন্থ তাৰাপ্ৰসাদ চক্ৰৱৰ্তী সোঁৱৰণী শিশু গ্ৰন্থমালা চিৰিজৰ পঞ্চম গ্ৰন্থ। জীৱ সৃষ্টিৰ দিন ধৰি আজিলৈকে যে কিমান হাজাৰ হাজাৰ প্ৰজাতিৰ প্ৰাণী লুপ্ত হ'ল তাৰ হিচাব নাই। কোন জাত প্ৰাণী ক'ত কেনেকৈ আৰু কিয় লুপ্ত হ'ল তাক জনাৰ উপায় নাই। এই গ্ৰন্থত বিলুপ্ত প্ৰাণী বিলাকৰ মাজৰ পৰা দুই চাৰিজাত প্ৰাণীৰ অতীত বুৰঞ্জী বুটলি আনি শিশু সকলৰ আগত ভাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে। আদিম মানৱৰ কেইবাটাও প্ৰজাতি ইতিমধ্যে শেষ হৈ গৈছে সেই বিষয়েও ইয়াত আলোচনা কৰা হৈছে।

প্ৰথম প্ৰকাশ ঃ ১৯৯৮ চন মূল্য ঃ ৩০.০০ টকা পৃষ্ঠা ৯২



### সেউজী ধৰণী ধুনীয়া
কেশদা মহন্ত

এই গ্ৰন্থ সভাৰ কিতাপ পঢ়ো আহক আন্দোলনৰ ফল। শিশুৰ উপযোগীকৈ পৰিৱেশৰ লগত সম্পৰ্ক ৰাখি কেইটামান চুটি গল্পৰ সংকলন এই গ্ৰন্থ।

প্ৰকাশ ঃ ১৯৯৭ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ৩-৪২

### ভাৰতীয় সাহিত্যৰ মৌচাক
কৰবী ডেকা হাজৰিকা

ডেকা হাজৰিকাই অতি যতনেৰে শিশুৰ বাবে এই গ্ৰন্থখন যুগুত কৰি দিছে। তেখেতে বেদ, উপনিষদ, ৰামায়ণ, মহাভাৰত, বৌদ্ধজাতক, জৈনধৰ্ম, বত্ৰিশ পুতলাৰ সাধু, পুৰাণ আদিৰ অতি মনোৰম কাহিনী সমূহৰ সাৰ সংকলন কৰি এই গ্ৰন্থখনিত সন্নিবিষ্ট কৰিছে।

প্ৰকাশ ঃ ১৯৯৯ চন মূল্য ঃ ৭০.০০ টকা পৃষ্ঠা ২২২

### মিনুৰ অতিথি
বন্দিতা ফুকন

অচিন বিশ্বৰ পৰা অহা এক অশৰীৰী প্ৰাণী পৃথিৱীলৈ আহি কিছুদিন থাকি পুনৰ ঘূৰি যোৱালৈকে সামৰি সৃষ্টি কৰা এখন শিশু উপন্যাস। অসমীয়া শিশু সাহিত্য জগতত এই উপন্যাসে বিশিষ্ট ভূমিকা ল'ব বুলি আশা কৰিব পাৰি।

প্ৰকাশ ঃ ২০০৫ চন মূল্য ঃ ৬০.০০ টকা পৃষ্ঠা ২,৫৮

### শিশু-জ্ঞানকোষ (প্ৰথম খণ্ড)
মুখ্য সম্পাদক - ড° সত্যেন্দ্ৰনাথ শৰ্মা

প্ৰথম খণ্ডৰ বিষয় হ'ল পৃথিৱী, মানুহ আৰু পৰিৱেশ। ইয়াত পৃথিৱীৰ উৎপত্তি, গঠন, ভূ-পৃষ্ঠৰ বিৱৰণ, বিভিন্ন ভৌগোলিক বিভাগ, মহাদেশ, দেশ আৰু ৰাষ্ট্ৰসমূহৰ ভৌগোলিক বিৱৰণ, পৰিৱেশ আৰু প্ৰাকৃতিক পৰিবৰ্তন, মানুহৰ ক্ৰমবিকাশ, মানৱৰ নৃতাত্ত্বিক শ্ৰেণীবিভাগ, আদিম স্তৰৰ পৰা সভ্যতাৰ পথম ক্ৰমগতি, প্ৰাগঐতিহাসিক মানৱ, প্ৰাচীন মৃত সভ্যতা, ভৌগোলিক আৱিষ্কাৰ আৰু অভিযান আদি প্ৰাসংগিক

কথা অন্তৰ্ভুক্ত হৈছে। এই গ্ৰন্থৰ বিভাগীয় সম্পাদকদ্বয় হ'ল ড° ভুৱনমোহন দাস আৰু ড° হৰেন্দ্ৰ নাথ শৰ্মা।

প্ৰকাশ ঃ ১৯৮৪ চন মূল্য ঃ ৬০.০০ টকা পৃষ্ঠা ১-৩৯০

**শিশু-জ্ঞানকোষ** (দ্বিতীয় খণ্ড)

মুখ্য সম্পাদক - ড° সত্যেন্দ্ৰনাথ শৰ্মা

দ্বিতীয় খণ্ডৰ বিষয় হ'ল উদ্ভিদ বিজ্ঞান, কৃষি-উদ্ভিদ বিজ্ঞান, প্ৰাণী বিজ্ঞান আৰু চিকিৎসাবিজ্ঞান। ইয়াত উদ্ভিদ জগতৰ কথা, জীৱ-জন্তু, কীট-পতংগ, সেইবোৰৰ আৱয়বিক বৈশিষ্ট্য আৰু প্ৰকৃতি, প্ৰাক্-ঐতিহাসিক জীৱ-জন্তু, মানৱ শৰীৰৰ অংগ-প্ৰত্যংগ, ৰোগ, ৰোগ প্ৰতিষেধক ঔষধ, জীৱাণু আৰু বীজাণু আদি কথা সন্নিবিষ্ট হৈছে। এই খণ্ডৰ বিভাগীয় সম্পাদকসকল হ'ল যশোদানন্দ ভৰালী, ড° সোণেশ্বৰ শৰ্মা আৰু ড° প্ৰতুল চন্দ্ৰ গোস্বামী।

প্ৰকাশ ঃ ১৯৮৭ চন মূল্য ঃ ৭০.০০ টকা পৃষ্ঠা ১-৩৭৮

**শিশু-জ্ঞানকোষ** (তৃতীয় খণ্ড)

মুখ্য সম্পাদক - ড° সত্যেন্দ্ৰনাথ শৰ্মা

এই খণ্ডৰ বিষয় হ'ল জড়জগত, প্ৰযুক্তিবিদ্যা আৰু বিশ্ব। ইয়াত পদাৰ্থবিজ্ঞান, ৰসায়ন, ভূ-তত্ত্ব, প্ৰযুক্তিবিদ্যা, গণিত, জ্যোতিষ, বিশিষ্ট বিজ্ঞানীৰ জীৱন, আৱিষ্কাৰ আৰু অনেক প্ৰয়োজনীয় প্ৰাসংগিক কথা আছে। ইয়াৰ বিভাগীয় সম্পাদকদ্বয় হ'ল ড° পবিত্ৰ কুমাৰ শৰ্মা আৰু ড° কুলেন্দু পাঠক।

প্ৰকাশ ঃ ১৯৮৯ চন মূল্য ঃ ৮০.০০ টকা পৃষ্ঠা ১-৩৯২

**শিশু জ্ঞান কোষ** (পঞ্চম খণ্ড)

মুখ্য সম্পাদক- ড° সত্যেন্দ্ৰ নাথ শৰ্মা

বিভাগীয় সম্পাদক- ড° বীৰেন্দ্ৰ নাথ দত্ত, ড° হেমন্ত কুমাৰ শৰ্মা

সভাই প্ৰকাশ কৰা শিশু-জ্ঞান কোষ পঞ্চম খণ্ডৰ বিষয় বস্তু হৈছে "কলা আৰু সংস্কৃতি"। ইয়াত কলা কি বস্তু, কলাৰ বিভিন্ন বিভাগ, চিত্ৰকলা, ভাস্কৰ্য, স্থাপত্য, সংগীত, সাহিত্য, ৰঙ্গমঞ্চ, চিনেমা, লোক-কথা, সাজ-পোচাক, দৰ্শন, ধৰ্ম, খেল-ধেমালি, ভাষা আৰু সাহিত্য আৰু শিক্ষা সহজ সৰল ভাষাত আলোচনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৯৩ চন মূল্য ঃ ১৫০.০০ টকা পৃষ্ঠা ৮-৩৮০



**দুঃসাহসিক অভিযান**

হৰিপ্ৰসাদ চলিহা

অন্য ভাষাৰ ছাঁ লৈ পৃথিৱীৰ কেইটিমান চাঞ্চল্যকৰ ঘটনাৰ ওপৰত লিখা এখন কিশোৰ-কিশোৰীৰ বাবে উপযোগী গ্ৰন্থ।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-৫০

**বড়ো চুটি গল্প সংকলন**

সংকলক ঃ ধৰণীধৰ ওৱাৰী

বড়ো ভাষাৰ বিশিষ্ট গল্পকাৰসকলৰ চুটি গল্পৰ অসমীয়া ভাষান্তৰ।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-১২০

**পদ্মনাথ গোহাঞি বৰুৱা**

মুনীন্দ্ৰ নাথ শৰ্মা

অসম সাহিত্য সভাৰ প্ৰথমগৰাকী সভাপতি পদ্মনাথ গোহাঞিবৰুৱাৰ জীৱন আৰু কৰ্ম বিষয়ক শিশু উপযোগী গ্ৰন্থ।

প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ১২.০০ টকা পৃষ্ঠা ১-৯০

**মণিৰাম দেৱান**

এলি আহমেদ

শিশু সাহিত্য। অসমৰ স্বাধীনতা আন্দোলনৰ ছহিদ মণিৰাম দেৱানৰ জীৱনৰ ওপৰত আলোকপাত কৰা এখন শিশু উপযোগী পুথি।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-৩২

**জননায়ক চেমছনছিং ইংতি**

ছামছিং হাঞ্চে

শিশু সাহিত্য। কাৰ্বি জননেতা চেমছনছিং ইংতিৰ জীৱনৰ ওপৰত আলোকপাত কৰা এখন শিশু উপযোগী পুথি।

পুনৰ মুদ্ৰণ ঃ ১৯৯১ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-৫৫

**গ্ৰীক দৰ্শনৰ চমু পৰিচয়**

নীলিমা দত্ত

গ্ৰীক দৰ্শনৰ ওপৰত লিখা কিশোৰ-কিশোৰী আৰু ছাত্ৰ-ছাত্ৰীৰ উপযোগী গ্ৰন্থ। প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-৫০

**দণ্ডিনাথ কলিতা**

মুনীন্দ্ৰ নাথ শৰ্মা

বৰেণ্য সাহিত্যিক দণ্ডিনাথ কলিতাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে শিশু আৰু কিশোৰ-কিশোৰীৰ উপযোগীকৈ প্ৰস্তুত কৰা পুথি।

প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-৭৮

**শৈলধৰ ৰাজখোৱা**

ড° ভূবন মোহন দাস

নিজৰা কবি শৈলধৰ ৰাজখোৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে শিশু আৰু ছাত্ৰ-ছাত্ৰীৰ উপযোগীকৈ ৰচনা কৰা গ্ৰন্থ। লেখকে কবি ৰাজখোৱাৰ জীৱনৰ বিভিন্ন দিশ সন্নিবিষ্ট কৰিছে।

প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-৮০



# অনুবাদ গ্ৰন্থ

**অসমীয়া ভাষা**

ড° মহেশ্বৰ নেওগ

আনন্দৰাম ঢেকিয়াল ফুকনৰ মৃত্যু-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত। ঢেকিয়াল ফুকনৰ 'এ ফিউ ৰিমাৰ্কচ্ অন্ দি আচামিজ লেংগুৱেজ' নামৰ ইংৰাজী পুথিৰ অনুবাদ।

প্ৰথম প্ৰকাশ ঃ ১৯৫৯ চন মূল্য ঃ ০.৫০ পইচা পৃষ্ঠা ১-৫২

দ্বিতীয় প্ৰকাশ ঃ ১৯৬৮ চন মূল্য ঃ ১.০০ টকা পৃষ্ঠা ১-৫০

**আৰিষ্টটলৰ কাব্যজিজ্ঞাসা**

যজ্ঞেশ্বৰ শৰ্মা

এই গ্ৰন্থ আৰিষ্টটলৰ 'পএটিক্‌ছ' (Poetics) অৰ অনুবাদ। পৰিশিষ্টত ব্যক্তি, গ্ৰন্থ আৰু চৰিত্ৰৰ নাম দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৭৯ চন মূল্য ঃ ৬.০০ টকা পৃষ্ঠা ১-৪৬

**গুণমালা** (নেপালী অনুবাদ)

মূল ঃ শ্ৰীমন্ত শঙ্কৰদেৱ

অনুবাদ ঃ দেৱৰাজ সাপকোটা

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ অন্যতম ভগৱৎ প্ৰেমময় গ্ৰন্থ গুণমালাৰ নেপালী ভাষালৈ অনুবাদ।

প্ৰকাশ ঃ ২০০৯ চন মূল্য ঃ -৪০.০০ টকা পৃষ্ঠা- ১-৪৬

**ভক্তি প্ৰদীপ (নেপালী অনুবাদ)**

মূল ঃ শ্ৰীমন্ত শঙ্কৰদেৱ

অনুবাদ ঃ দেৱৰাজ সাপকোটা

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ বিৰচিত তত্ত্বমূলক অন্যতম গ্ৰন্থ ভক্তি প্ৰদীপৰ নেপালী ভাষালৈ অনুবাদ।

প্ৰকাশ ঃ ২০০৯ চন মূল্য ঃ -৬০.০০ টকা পৃষ্ঠা- ১-৭৪

**একাদশী**

ছগনলাল জৈন সম্পাদিত

এই পুথি এঘাৰটা হিন্দী চুটি-গল্পৰ অসমীয়া অনুবাদ। ইয়াত প্ৰেমচাঁদ, জৈনেন্দ্ৰ কুমাৰ, যশপাল, বিষ্ণু প্ৰভাকৰ, মোহন ৰাকেশ, ৰাজেন্দ্ৰ যাদৱ, মাৰ্কণ্ডেয়, ধৰ্মবীৰ ভাৰতী, শৈলেস মাতিয়ানা, কমলেশ্বৰ আৰু ফণীশ্বৰনাথ ৰেণুৰ একোটাকৈ গল্প আছে। চিত্ৰ মহন্তই দহোটা গল্প আৰু তৰুণ আজাদ ডেকাই এটা অনুবাদ কৰিছে।

প্ৰকাশ ঃ ১৯৭৪ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-১১৭

**কৰ্পূৰ মঞ্জৰী**

ড° মুকুন্দ মাধৱ শৰ্মা অনূদিত

কবিৰাজ ৰাজশেখৰৰ প্ৰাকৃত সট্টক কৰ্পূৰমঞ্জৰীৰ অনুবাদ। ইয়াত চাৰিটা যৱনিকান্তৰ আছে। ৰজা চণ্ডপালে যোগবলত কুন্তল-ৰাজকন্যা কৰ্পূৰমঞ্জৰীক ৰক্ষাগৃহত ৰাখে। ৰজাই ঘনসাৰমঞ্জৰীক বিয়া কৰিব খোজাত ৰাণীয়ে আপত্তি নকৰিলে। ঘনসাৰমঞ্জৰী নামটোৰ অৰ্থ যে কৰ্পূৰমঞ্জৰী তাক ৰাণীয়ে বুজি নাপালে। ৰজা আৰু কৰ্পূৰমঞ্জৰীক আঁচলত গাঁঠি দিয়াৰ সময়ত ভুল ধৰা পৰিল। শেষত প্ৰাসংগিক টোকাও দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৬৩ চন মূল্য ঃ ২.০০ টকা পৃষ্ঠা ১-৫০

**ছাবিন আলুন**

ছামচিং হাঞ্চে সম্পাদিত

এইখন কাৰ্বি ৰামায়ণত ৫৬০ টা দুশৰীয়া পদ আছে। মূলৰ অনুবাদ দিয়া



হৈছে। কাৰ্বি ৰামায়ণত কাৰ্বিসকলৰ ইতিবৃত্তও পোৱা যায়। শেষত 'সংক্ষিপ্ত কাৰ্বি ৰামায়ণ-কথা' সংযোগ কৰা হৈছে।

প্ৰকাশ ঃ ১৯৮৬ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ১-১৫৩

**ছেমুৱেল জনছনৰ জীৱনী**

ৰায়হান শ্বাহ

জেমছ বছ্‌ৱেলৰ বিখ্যাত জীৱনী লাইফ্ অৰ্ জন্‌ছনৰ সঠিক সংক্ষিপ্ত অনুবাদ। অনুবাদকে ছেমুৱেল জন্‌ছন আৰু জেমছ বছ্‌ৱেলৰ চিনাকি দি জীৱনী আৰম্ভ কৰিছে। জন্‌ছনৰ জন্ম আৰু পিতৃ-মাতৃ, শিক্ষা, লণ্ডনযাত্ৰা, আলোচনীৰ নিয়মীয়া লেখক, অভিধান প্ৰণয়ন আৰু প্ৰকাশ, মিছেচ্ জন্‌ছনৰ মৃত্যু, মাতৃ-বিয়োগ, চৰকাৰী পেন্সন, বছ্‌ৱেলৰ লগত প্ৰথম সাক্ষাৎ, জন্‌ছনৰ অধ্যয়নপুষ্ট মন, জন্‌ছনৰ শেষ দিনকেইটা, মৃত্যু আৰু স্মৃতিফলক আদি কথা ইয়াত আছে। সামৰণিৰ টীকাও মূল্যবান।

প্ৰকাশ ঃ ১৯৭৪ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-১৭৬

**ভানুভক্তৰ ৰামায়ণ**

গীতা উপাধ্যায়

এই গ্ৰন্থ নেপালী ভাষাৰ আদিকবি ভানুভক্তৰ সাতকাণ্ড ৰামায়ণৰ অনুবাদ।

প্ৰকাশ ঃ ১৯৮৭ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-২৪৪

**মুদ্ৰাৰাক্ষস**

ৰজনীকান্ত দেৱ শৰ্মা

বিশাখাদত্তৰ 'মুদ্ৰা-ৰাক্ষস' নামৰ সংস্কৃত নাটকৰ অনুবাদ। চন্দ্ৰগুপ্তৰ মন্ত্ৰী হিচাবে চাণক্যই যাৱতীয় ৰাজকাৰ্যৰ দায়িত্ব গ্ৰহণ কৰাৰ পৰা নাটকখন আৰম্ভ হৈছে। ইয়াতে সাতোটা অংক আছে।

প্ৰকাশ ঃ ১৯৬৩ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-১০০

**মৃচ্ছকটিকা**

ভবেন্দ্ৰনাথ হাজৰিকা

কবি শূদ্ৰকৰ সংস্কৃত প্ৰকৰণ মৃচ্ছকটিকাৰ অনুবাদ। এই নাটকৰ অংক দহোটা। ইয়াৰ বিষয়বস্তু হৈছে উজ্জয়িনীৰ বিখ্যাত বণিক চাৰুদত্ত আৰু বেশ্যা বসন্তসেনাৰ প্ৰণয় কাহিনী।

প্ৰকাশ ঃ ১৯৬৭ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-১৭২

**শ্ৰীৰামচৰিত মানস**

গোস্বামী তুলসীদাস ঃ বাপচন্দ্ৰ মহন্ত আৰু কেশদা মহন্ত অনূদিত।

অৱধী ভাষাত ৰচিত ৰামচৰিত মানসৰ কথা-অনুবাদ।

প্ৰকাশ ঃ ১৯৮০ চন মূল্য ঃ ৩০.০০ টকা পৃষ্ঠা ১-৬৪২

**স্বপ্নবাসৱদত্তা**

ড° মুকুন্দ মাধৱ শৰ্মা

ভাস বিৰচিত ছয় অংকীয়া সংস্কৃত নাটক স্বপ্নবাসৱদত্তাৰ প্ৰাঞ্জল অনুবাদ।

প্ৰকাশ ঃ ১৯৭৩ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-৮৯

**প্লিপ্লি নেম্প্ৰু**

মূল- হীৰেণ ভট্টাচাৰ্য্য

কাৰ্বি অনুবাদ- হাংমিজি হাঞ্চে

প্ৰথিতযশা কবি হীৰেণ ভট্টাচাৰ্য্যৰ কবিতা পুথি 'সুগন্ধি পখিলা'ৰ কাৰ্বি অনুবাদ প্লিপ্লি নেম্প্ৰু

প্ৰকাশ ঃ ১৯৯৩ চন মূল্য ঃ ২৫.০০ টকা পৃষ্ঠা ৬-১৫১

**উজ্জীৱন**

মূল- লিও টলষ্টয়

অনুবাদ ঃ যতীন গোস্বামী

লিও টলষ্টয়ৰ বিখ্যাত উপন্যাস **ৰিচাৰেক্চনৰ** অসমীয়া অনুবাদ।

প্ৰকাশ ঃ ১৯৯৪ চন মূল্য ঃ ৪০.০০ টকা পৃষ্ঠা ১৮৪



**চন পৰা মাটি**

মূল- টি. এছ, এলিয়ট

অনুবাদ ঃ ড° দিলীপ বৰুৱা।

টি. এছ. এলিয়টৰ মহৎ সৃষ্টি **দ্য ৱেষ্টলেণ্ডৰ** অসমীয়া অনুবাদ ড° বৰুৱাদেৱে অতি নিষ্ঠা সহকাৰে অনুবাদ কৰাৰ উপৰিও অভ্যন্তৰৰ অৱয়বটো সহজে বুজিব পৰাকৈ এটি দীঘলীয়া টোকা সংযোজন কৰিছে।

প্ৰকাশ ঃ ১৯৯৮ চন মূল্য ঃ ৩৫.০০ টকা পৃষ্ঠাঃ ৪১

**ধনঞ্জয়ৰ দশৰূপকম্**

মূল ঃ ধনঞ্জয়

অসমীয়া অনুবাদ ঃ ড° নৱ কুমাৰ সন্দিকৈ

সংস্কৃত নাট্য সাহিত্যত ধনঞ্জয়ৰ **দশৰূপকম্** এক অনবদ্য সৃষ্টি। এই গ্ৰন্থ সৰ্বকালৰ এক অমূল্য গ্ৰন্থৰূপে জন সমাজত সমাদৃত হৈ আহিছে। ড° সন্দিকৈৰ এই অনুবাদ আমাৰ জাতীয় সাহিত্যলৈ এক উল্লেখযোগ্য অৱদান।

প্ৰকাশ ঃ ১৯৯৮ চন মূল্য ঃ ৫৫.০০ টকা পৃষ্ঠা ২-১২৬

**প্লেটোৰ সংলাপ**

ড° অশোক কুমাৰ গোস্বামী

প্লেটোৰ সময়োপযোগী সুচিন্তিত মত আৰু দৰ্শনে মানৱ সভ্যতা আৰু সংস্কৃতিৰ জয়যাত্ৰাত ইন্ধন যোগাই আহিছে। প্লেটোৰ এই সংলাপসমূহ বিশ্বমানৱৰ এক অমূল্য সম্পদ। ড° গোস্বামীদেৱৰ এই সংলাপসমূহ অতি সুন্দৰভাৱে অসমীয়ালৈ এই গ্ৰন্থত অনুবাদ কৰিছে।

প্ৰকাশ ঃ ১৯৯৯ চন মূল্য ঃ ৫০.০০ টকা পৃষ্ঠা ৫-৯০

**জুলিয়াছ ছিজাৰ**

মূল ঃ উইলিয়াম শ্বেক্‌ছপীয়েৰ

অনু ঃ অখিল হাজৰিকা

অসম সাহিত্য সভাৰ ১৯৯৯-২০০১ বৰ্ষৰ ধ্ৰুপদী গ্ৰন্থৰ অনুবাদ আঁচনিৰ অন্তৰ্ভুক্ত গ্ৰন্থ জুলিয়াছ ছীজাৰ। শ্বেকছ্‌পীয়েৰ বিখ্যাত নাটক **জুলিয়াছ ছিজাৰ**

হাজৰিকা দেৱে অতি মনোগ্ৰাহীকৈ অসমীয়ালৈ অনুবাদ কৰিছে।

প্ৰকাশ ঃ ২০০১ চন মূল্য ঃ ৮০.০০ টকা পৃষ্ঠা ৪-১০০

**ধুমুহা**

মূল ঃ উইলিয়াম শ্বেক্‌ছপীয়েৰ

অনু ঃ ড° আনন্দ বৰমুদৈ

শ্বেক্‌ছপীয়েৰ বিখ্যাত নাটক **The Tempest**ৰ অসমীয়া অনুবাদ ধুমুহা। মহাকবি গৰাকীৰ জীৱন আৰু জগত সম্পৰ্কে যি গভীৰ উপলব্ধি নাটকখনত প্ৰকাশ পাইছে তাক ধৰি ৰাখিবলৈ অনুবাদত চেষ্টা কৰা হৈছে।

প্ৰকাশ ঃ ২০০১ চন মূল্য ঃ ৬০.০০ টকা পৃষ্ঠা ৮১

**এন্টনি আৰু ক্লিঅ'পেট্ৰা**

মূল ঃ উইলিয়াম শ্বেক্‌ছপীয়েৰ

অনু ঃ পোনা মহন্ত

শ্বেক্‌ছপীয়েৰৰ **এন্টনি আৰু ক্লিঅ'পেট্ৰা**ৰ অসমীয়া অনুবাদ। অনুবাদকৰ নিজৰ ভাষাত "মূল নাটকৰ কোনো বস্তুকে ভাৰতীয় ৰূপ দিবলৈ চেষ্টা কৰা হোৱা নাই।" "স্থান বিশেষে সৰলীকৰণৰ সহায় লোৱা হৈছে যদিও মূলৰ পৰা যাতে আঁতৰি যোৱা নহয় সেই কথালৈ সততে চকু ৰখা হৈছে।"

প্ৰকাশ ঃ ২০০১ চন মূল্য ঃ ৮০.০০ টকা পৃষ্ঠা ১৫২

**ৰাম চৰিত মানস- উত্তৰাকাণ্ড** (শ্ৰীকান্ত সূৰ্য্য বিপ্ৰ অনুদিত)

সম্পাদনা ঃ কেশদা মহন্ত

মাধৱ কন্দলীৰ ৰামায়ণৰ যোগেদি অসমত ৰামায়ণী সাহিত্যৰ যিটি সুদৃঢ় ভেঁটি হৈছিল, শ্ৰীকান্ত সূৰ্য্য বিপ্ৰই অনুবাদ কৰ্মৰ যোগেদি তাক নতুন মাত্ৰা দান কৰিলে। এই গ্ৰন্থ সূৰ্য্য বিপ্ৰই অনুবাদ কৰা উত্তৰাকাণ্ডৰ শ্ৰীযুতা কেশদা মহন্তই কৰা সু-সম্পাদিত ৰূপ।

প্ৰকাশ ঃ ২০০১ চন মূল্য ঃ ৭০.০০ টকা পৃষ্ঠা ২১৪



**নামঘোষা** (নেপালী অনুবাদ)

মূল ঃ শ্ৰীশ্ৰীমাধৱদেৱ

অনুবাদ ঃ দেৱৰাজ সাপকোটা

মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ 'নাম-ঘোষা'ৰ নেপালী ভাষালৈ অনুবাদ।

সভাৰ হৈ কিৰণ প্ৰকাশন ধেমাজি

প্ৰকাশন- ২০০৮ মূল্য ঃ ৪০.০০ টকা, পৃষ্ঠাঃ ১৬৬

# বিবিধ প্ৰকাশন

## বহুভাষী শব্দ-কোষ

সংকলক - প্ৰণেতা ঃ দিলীপ কুমাৰ শৰ্মা

এই পুথিত কাৰবি, খামতি, গাৰো,চাওতালী, ডিমাছা, তিৱা, বড়ো, মিচিং, ৰাভা, হাজং জনজাতীয় ভাষাৰ শব্দবোৰ তুলনামূলকভাৱে প্ৰকাশ কৰা আছে। লগতে গ্ৰন্থখনিত জনজাতীয় শব্দসমূহ অসমীয়া ভাষাত লিখি প্ৰতিটো শব্দৰ জনজাতীয় বিশেষজ্ঞৰ দ্বাৰা ইংৰাজী উচ্চাৰণো দিয়া আছে।

প্ৰকাশ ঃ ২০০৯ চন মূল্য ঃ -৪০০.০০ টকা পৃষ্ঠা- ১-২১৬

## নিৰ্বাচিত প্ৰবন্ধ

সংকলক-সম্পাদক ঃ সতীশ চন্দ্ৰ চৌধুৰী

অসম সাহিত্য সভাৰ শিশু সাহিত্যৰ কৰ্মশালা, নাটকৰ কৰ্মশালা, কবিতাৰ কৰ্মশালা আদিত পঠিত উদ্বোধক-আলোচক আৰু সভাপতিসকলৰ ভাষণ সম্বলিত গ্ৰন্থ।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ১-১১২

## প্ৰবন্ধ কৰণি

সংকলক-সম্পাদক ঃ মুনীন্দ্ৰ নাথ শৰ্মা

অসম সাহিত্য সভাই অসমৰ বিভিন্ন অঞ্চলত আয়োজন কৰা কৰ্মশালা, আলোচনা চক্ৰ, পৰ্যবেক্ষকসকলে দিয়া ভাষণ সম্বলিত এখন গ্ৰন্থ।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ১-১২০



## অসমীয়া কাব্যত নাৰীকণ্ঠ

সম্পাদনা ঃ মনোৰমা বৰগোহাঞিঃ

অসমৰ নাৰী সমাজৰ মাজত আবহমান কালৰে পৰা মৌখিকভাৱে প্ৰচলিত আই নাম, ঠাই নামকে সামৰি সাম্প্ৰতিক সময়লৈ চৰ্চা হোৱা কাব্য চিন্তাৰ সংগৃহীত ৰূপ। গ্ৰন্থখনিত তেওঁ অসমীয়া মহিলা কবিসকলৰ শেহতীয়া কবিতাসমূহো অন্তৰ্ভুক্ত কৰিছে।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ২৫.০০ টকা পৃষ্ঠা ১-১২৮

## কবিতা ঃ অতীত আৰু বৰ্তমান

সংকলক-সম্পাদক ঃ প্ৰকাশ গোস্বামী, সতীশ চন্দ্ৰ চৌধুৰী

অসম সাহিত্য সভাৰ অধিৱেশনসমূহৰ কবি সন্মিলনবোৰত পঠিত সভাপতিসকলৰ ভাষণৰ সংকলন।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ৩০.০০ টকা পৃষ্ঠা ১-২২০

## অসমীয়া প্ৰবন্ধ চয়ন

সংকলক-সম্পাদক ঃ প্ৰকাশ গোস্বামী

অসম সাহিত্য সভাৰ অধিৱেশনসমূহৰ আলোচনা চক্ৰৰ সঞ্চালকসকলৰ ভাষণ সম্বলিত এখন বৃহৎ কলেবৰৰ গ্ৰন্থ।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ৩৫.০০ টকা পৃষ্ঠা ১-২২৩

## বুৰঞ্জীৰ প্ৰকৃতি আৰু স্বৰূপ

সংকলক-সম্পাদক ঃ প্ৰকাশ গোস্বামী, সতীশ চন্দ্ৰ চৌধুৰী

অসম সাহিত্য সভাৰ অধিৱেশনসমূহৰ বুৰঞ্জী সন্মিলনৰ সভাপতিসকলৰ ভাষণ সম্বলিত এখন বৃহৎ কলেবৰৰ গ্ৰন্থ।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ৩৫.০০ টকা পৃষ্ঠা ১-৩০০

**অধ্যয়ন চক্ৰ**

ড° নগেন শইকীয়া সম্পাদিত

অসম সাহিত্য সভৰ তৃতীয় লেখক শিবিৰৰ (১৯৭৫) উদ্বোধক ড° মহেশ্বৰ নেওগ, সভাপতি ড° সত্যেন্দ্ৰ নাথ শৰ্মা আৰু সঞ্চালক (১) ড° প্ৰতাপ চন্দ্ৰ চৌধুৰী, (২) চৈয়দ আব্দুল মালিক, (৩) বিপিন কুমাৰ বৰগোহাঞিং আৰু (৪) বীৰেণ ফুকনৰ ভাষণ; ড° ৰবীন দেৱ চৌধুৰী, ড° নিশিপদ চৌধুৰী আৰু ড° গোবিন্দ প্ৰসাদ শৰ্মাৰ প্ৰবন্ধ ক্ৰমে 'অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্বৰ অধ্যয়ন', 'ভাস্কৰ্য আৰু স্থাপত্যৰ অধ্যয়ন' আৰু 'সাহিত্য আৰু সমালোচনা'; জ্যোতি সংগীতৰ বিষয়ে নিৰ্মল চক্ৰৱৰ্তীৰ আলোচনা; লেখক আৰু প্ৰকাশকৰ সমস্যা আৰু সম্পৰ্ক প্ৰসঙ্গত নগেন শইকীয়া আৰু আব্দুছ ছাত্তাৰৰ আলোচনা; যতীন্দ্ৰ নাথ গোস্বামীৰ আদৰণী ভাষণ ইত্যাদি।

প্ৰকাশ ঃ ১৯৭৬ চন মূল্য ঃ ৫.০০ টকা পৃষ্ঠা ১-১০৭

**অসমীয়া খণ্ডবাক্য-কোষ**

বেণুধৰ ৰাজখোৱা সম্পাদিত

১৯১৭ চনত প্ৰকাশিত অসমীয়া জতুৱা খণ্ডবাক্যৰ অভিধান **অসমীয়া খণ্ড-বাক্য কোষ**ৰ দ্বিতীয় সংস্কৰণটি ড° মহেশ্বৰ নেওগে সম্পাদনা কৰিছে। পুথিত জতুৱা ঠাঁচ বৰ্ণানুক্ৰমিকভাৱে সজাই সেইবোৰৰ অৰ্থ অসমীয়া আৰু ইংৰাজীত দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৬১ চন মূল্য ঃ ৯.০০ টকা পৃষ্ঠা ১-৩৪৩

**অসমীয়া গ্ৰন্থ-পঞ্জী**

লীলা গগৈ আৰু ড° কেশৱানন্দ গোস্বামী সম্পাদিত

১৯৫৬ চনৰ ১ জানুৱাৰীৰ পৰা ১৯৭০ চনৰ ৩১ ডিচেম্বৰৰ ভিতৰত প্ৰকাশিত অসমীয়া পুথি আৰু অসমৰ বিষয়ে লেখা ইংৰাজী আৰু হিন্দী পুথিৰ গ্ৰন্থপঞ্জী। পুথিখনি ৪১ টা বিষয়ত যুগুত কৰা হৈছে।

প্ৰকাশ ঃ ১৯৭২ চন মূল্য ঃ ৭.০০ টকা পৃষ্ঠা ১-৩০৭



**অসমীয়া বৈজ্ঞানিক পৰিভাষা**

বিৰিঞ্চি কুমাৰ বৰুৱা সম্পাদিত

এই পুস্তিকাত পাটীগণিত, বীজগণিত, জ্যামিতিক, জ্যোতির্বিদ্যা, পদার্থবিদ্যা আৰু ভৌগোলিক পৰিভাষা সন্নিহিত কৰা হৈছে।

প্ৰকাশ ঃ ১৯৩৮ চন মূল্য ঃ ১.০০ টকা পৃষ্ঠা ১-২৪

**আধুনিক পাশ্চাত্য চিত্ৰশৈলী**

পুষ্প গগৈ

এই পুথি পাশ্চাত্য চিত্ৰশৈলীৰ প্ৰাথমিক পৰিচয় জ্ঞাপক পুথি। লেখকে আগকথাত পাশ্চাত্য দেশৰ আধুনিক চিত্ৰশৈলী সম্পৰ্কে কিছু আলোচনা কৰিছে। তেওঁ মনচ্ছায়াবাদ, নব্য-মনচ্ছায়াবাদ, ফেৰিজি, কিউবিজম, জাৰ্মান প্ৰকাশবাদ, ইটালীৰ ভৱিষ্যবাদ, ডাডাবাদ, বিমূৰ্তকলা, অধিবাস্তৱবাদ, বিমূৰ্ত প্ৰকাশবাদ, টাচিজিম আৰু গীতিধৰ্মী বিমূৰ্ততা, এচেম্ব্লেজ আৰু নিঅ'-ডাডাইদম, সামাজিক বাস্তৱবাদ, পপ্ আৰ্ট, আলোকী কলা আৰু গতিশীল কলা, প'ষ্ট পেইন্টাৰলী এবষ্ট্ৰেকচন্, অতিবাস্তৱবাদ আৰু কেলিফোৰ্নিয়া ভিচিয়নেৰীজ-শিতানসমূহত আধুনিক পাশ্চাত্য চিত্ৰশৈলীৰ কথা আলোচনা কৰিছে।

প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ১২.০০ টকা পৃষ্ঠা ১-১১৭

**কাৰ্যালয়ৰ হাত-পুথি**

যতীন গোস্বামী

লেখকে অসম ৰাজ্যভাষা অধিনিয়ম প্ৰয়োগৰ ক্ষেত্ৰত কাৰ্যালয়সমূহে ভোগ কৰা অসুবিধাৰে চাই এই পুথি যুগুত কৰিছে। চৌবিশটা শিতানত বিভিন্ন কথা আলোচনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৭৯ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-৯০

**চন্দ্ৰকান্ত অভিধান**

অসম সাহিত্য সভা

চন্দ্ৰকান্ত অভিধান অসমীয়া ভাষাৰ তৃতীয় অভিধান। অসমীয়া শব্দৰ মূল, পদ আৰু উদাহৰণেৰে সৈতে অসমীয়া, ইংৰাজী দুই ভাষাৰ অৰ্থ থকা বৃহৎ অভিধান। হেমকোষেই চন্দ্ৰকান্ত অভিধানৰ ধৰণী। চন্দ্ৰকান্ত অভিধানৰ শব্দৰ মুঠ

সংখ্যা ৩৬,৮১৯। এই অভিধান সংকলনৰ কাম ১৯২৪ চনৰ ছেপ্টেম্বৰ মাহত আৰম্ভ হয় আৰু ১৯৩৩ চনৰ ফেব্ৰুৱাৰী মাহত ইয়াৰ কাম শেষ কৰা হয়। অভিধানৰ আদিতে দেৱানন্দ ভৰালিৰ অসমীয়া ভাষাৰ উৎপত্তি আৰু প্ৰকৃতি শীৰ্ষক এখন পাতনি আছে।

প্ৰকাশ ঃ ১৯৩৩ চন মূল্য ঃ ৭.০০ টকা পৃষ্ঠা ১-১০৪৪

## টাই ভাষা

বিমলাকান্ত বৰুৱা

লেখকে টাই ভাষাৰ প্ৰাথমিক জ্ঞান দিবৰ কাৰণে এই পুথি যুগুত কৰিছে। পুথিৰ শিতানসমূহ হৈছে টাই ভাষা, আচাম আৰু আহোম নামৰ উৎপত্তি, টাই ভাষাবিলাকৰ পাৰস্পৰিক সম্বন্ধ, আহোম ভাষাৰ বৰ্ণমালা, বাক্যবিন্যাস, বাচ্য, ধাতুৰূপ আৰু কাল, সংখ্যাবাচক সহায়কাৰী, বচন, লিংগ, কাৰক, আওশব্দৰ ব্যৱহাৰ, অসমীয়া ভাষাৰ ওপৰত টাই আহোমৰ প্ৰভাৱ, অসমীয়া ভাষাত আহোম শব্দ, টাই আহোমৰ অভিধান আৰু আহোম বুৰঞ্জী।

প্ৰকাশ ঃ ১৯৭৪ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-৪৩

## বুৰঞ্জীমূলক প্ৰবন্ধাৱলীৰ তালিকা

ড° সূৰ্যকুমাৰ ভূঞা সম্পাদিত

অসমীয়া সাহিত্য আৰু বুৰঞ্জী সম্পৰ্কীয় প্ৰবন্ধাৱলী ১৮৪৬ চনৰ পৰা কোন আলোচনীত কেতিয়া ওলাইছিল তাকে এই পুথিৰ প্ৰথমভাগত লেখকৰ নামৰ বৰ্ণানুক্ৰমিকভাৱে সজোৱা হৈছে।

প্ৰকাশ ঃ ১৯৫৫ চন মূল্য ঃ ২.০০ টকা পৃষ্ঠা ১-৪৫

## ভাৰতৰ স্বাধীনতা আন্দোলনৰ ৰূপৰেখা

বিজয় চন্দ্ৰ ভাগৱতী

কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে অসম সাহিত্য সভাৰ দ্বাৰা আয়োজিত নবীন চন্দ্ৰ বৰদলৈ সোঁৱৰণী বক্তৃতা। ভাগৱতীয়ে এই মহান বিপ্লবীৰ সন্তান কৰ্মবীৰ বৰদলৈৰ প্ৰতিভাৰ কথা আলোচনা কৰি ভাৰতৰ স্বাধীনতা আন্দোলনৰ কথা সংক্ষেপে আলোচনা কৰিছে। পুথিৰ পৰিশিষ্টত সোঁৱৰণী সভা



উদ্বোধক নীলমণি ফুকন আৰু সভাপতি ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ ভাষণ সন্নিবিষ্ট কৰা হৈছে।

প্ৰকাশ ঃ ১৯৭৬ চন মূল্য ঃ ৪.০০ টকা পৃষ্ঠা ১-৭১

## ৰাজ্যিক ভাষা ঃ অসমীয়া

যতীন্দ্ৰ নাথ গোস্বামী

এই পুস্তিকাত অসমীয়া ভাষাক ৰাজ্য-ভাষা কৰাৰ দাবী উত্থাপন কৰা হৈছে।

প্ৰকাশ ঃ ১৯৫৯ চন মূল্য ঃ ০.১০ টকা পৃষ্ঠা ১-২০

## শিক্ষাৰ মাধ্যম ঃ আঞ্চলিক ভাষা অসমীয়া

হৰিপ্ৰসাদ নেওগ সম্পাদিত

অসম সাহিত্য সভাৰ পঞ্চত্ৰিংশ (তেজপুৰ, ১৯৬৮) অধিৱেশনৰ আলোচনা চক্ৰত পঠিত সভাপতি আৰু অংশগ্ৰহণকাৰীসকলৰ প্ৰবন্ধৰ সংকলন। আলোচনাচক্ৰৰ বিষয় হ'ল - 'শিক্ষাৰ মাধ্যম ঃ আঞ্চলিক ভাষা অসমীয়া'। পুথিত আছে ড° প্ৰসন্ন চন্দ্ৰ গোস্বামী, মহেশ চন্দ্ৰ দেৱ গোস্বামী আৰু ড° সুৰেন্দ্ৰ নাথ শৰ্মাৰ প্ৰবন্ধ আৰু সভাপতি ড° যোগীৰাজ বসুৰ মন্তব্য।

প্ৰকাশ ঃ ১৯৬৯ চন মূল্য ঃ ২.০০ টকা পৃষ্ঠা ১-৭১

## সংগীত-সাধনা

লক্ষ্মীৰাম বৰুৱা ঃ ড° নগেন শইকীয়া সম্পাদিত

এই গ্ৰন্থ গীত-বাদ্য শিকাৰ আদিপাঠ। ইয়াৰ প্ৰথম অধ্যায়ত সংগীতৰ মূল সূত্ৰ, দ্বিতীয় অধ্যায়ত ৰাগ-ৰাগিনী, তৃতীয় অধ্যায়ত তাল, চতুৰ্থ অধ্যায়ত অলংকাৰ, পঞ্চম অধ্যায়ত স্বৰলিপি, ষষ্ঠ অধ্যায়ত গত-গতৰ আৰু গানৰ স্বৰলিপি আৰু সপ্তম অধ্যায়ত কেইটামান আৰ্হি গান - এইদৰে পুথিখন প্ৰণয়ন কৰা হৈছে।

প্ৰথম প্ৰকাশ ১৯১০ চন।

দ্বিতীয় প্ৰকাশ ঃ ১৯৮৬ চন মূল্য ঃ ৩৫.০০ টকা পৃষ্ঠা ১-১৯১

**সাহিত্য আৰু চিন্তা**

সংকলক তথা সম্পাদক ঃ সতীশ চন্দ্ৰ চৌধুৰী

এই পুথি তিনিটা বক্তৃতাৰ সংকলন ।প্ৰথমটো বক্তৃতা অধ্যাপক ৰজনী কান্ত দেৱ শৰ্মাৰ (অসমীয়া সাহিত্যত সংস্কৃতৰ প্ৰভাৱ), দ্বিতীয়টো ড° মুকুন্দমাধৱ শৰ্মাৰ (অসমীয়া সাহিত্য ঃ সমালোচনাৰ ধাৰা) আৰু তৃতীয়টো ড° ৰামচৰণ ঠাকুৰীয়াৰ (বিজ্ঞানসন্মত চিন্তা-চৰ্চা)।

প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-৬৩

**সীমান্তৰ সম্ভেদ**

পৰাগ চলিহা সম্পাদিত

উত্তৰ-পূব সীমান্ত তথা অৰুণাচলৰ ভাষা-সংস্কৃতিৰ আলোচনামূলক প্ৰবন্ধ সংগ্ৰহ। ইয়াৰ প্ৰবন্ধসমূহ হ'ল - পৰাগ চলিহাৰ উত্তৰ-পূব সীমান্ত অঞ্চলত অসমীয়া ভাষাৰ স্থান, প্ৰদীপ দাসগুপ্তৰ উত্তৰ-পূব সীমান্তৰ সমস্যা, উমানাথ গোঁহাইৰ দাঁতিকাষৰীয়া আৰু কৰতলীয়া ৰজাসকলৰ লগত আহোমৰ সম্বন্ধ, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ নেফাৰ ভাষা আৰু জাতীয় ঐক্য, হলিৰাম ডেকাৰ বমডিলা ভ্ৰমণ, লীলা গগৈৰ পৰ্বত-ভৈয়ামৰ পুৰণিকলীয়া সম্প্ৰীতি, হেম বৰুৱাৰ নেফাৰ শিক্ষা-নীতি, মুক্তিনাথ বৰদলৈৰ পূব সীমান্তৰ জনজাতিৰ সাজপাৰ, কীৰ্তিনাথ হাজৰিকাৰ উত্তৰ-পূব সীমান্তৰ নীহাৰিকা, পদ্মধৰ বৰকটকীৰ আভ্যন্তৰীণ ৰেখাৰ সিপাৰে, হেমলতা বৰাৰ সীমান্তবাসীৰ ধৰ্ম আৰু নৃত্য-গীতত এভুমুকি, প্ৰফুল্ল বেজবৰুৱাৰ ইতিহাসে ৰিঙিয়ায়, অমৰেন্দ্ৰ পাঠকৰ জিৰো আদি প্ৰবন্ধৰ উপৰি পৰিশিষ্টত প্ৰস্তাৱ, ইস্তাহাৰ, বাতৰি কাকতৰ সম্পাদকীয় আদি সন্নিবিষ্ট কৰা হৈছে।

প্ৰকাশ ঃ ১৯৫৮ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-২০০

**অসমৰ নদ-নদী**

ড° যোগেন্দ্ৰ নাথ শৰ্মা

অসমত থকা নদ-নদীৰ সংখ্যা সমগ্ৰ বিশ্বৰ ভিতৰতে সৰ্বাধিক বুলি কোৱা হয়। অকল কৃষিৰ ক্ষেত্ৰতেই নহয়, আমাৰ পাৰিবাৰিক, সামাজিক জীৱন আৰু আশা-আকাংক্ষাৰ লগতো এই নদ-নদী সমূহ নিবিড় ভাৱে জড়িত হৈ আছে। এই নদ-নদীবোৰৰ বিজ্ঞান সন্মত অধ্যয়ন আৰু পঞ্জীয়নৰ অতি আৱশ্যক। এই



কথা আগত ৰাখি এই গ্ৰন্থ প্ৰস্তুত কৰা হৈছে। শৰ্মাদেৱে অশেষ কষ্ট আৰু চেষ্টাৰে এই গ্ৰন্থ প্ৰণয়ন কৰিছে। ১৯৯৮ চনত ড° জে, পি ৰেডে বিজ্ঞানসন্মত ভাৱে অসমৰ নৈ সমূহৰ এটা ভৌগলিক বিৱৰণ লিখে। তাৰ পিচত এই বিষয়ত বিজ্ঞানসন্মত ভাৱে প্ৰণয়ন কৰা গ্ৰন্থ এইখনেই।

প্ৰথম প্ৰকাশ ঃ ১৯৯৩ চন মূল্য ঃ ৬০.০০ টকা পৃষ্ঠা ৭-৩৩৬,৫

দ্বিতীয় প্ৰকাশ ঃ ২০০৮ চন মূল্যঃ ১২৫ টকা পৃষ্ঠা ১-৬৬,১-২৭২

সভাৰ হৈ কিৰণ প্ৰকাশন, ধেমাজি, মূল্য ঃ ১২৫.০০ টকা, পৃষ্ঠাঃ ১৬ ২৭২

**কছাৰী ৰাজ্যৰ উত্থান আৰু পতন**

ড° জয়ন্ত ভূষণ ভট্টাচাৰ্য্য

চন্দ্ৰকান্ত বৰপূজাৰী স্মাৰক বক্তৃতাৰ গ্ৰন্থ ৰূপ এই গ্ৰন্থ। আমাৰ ঘটনা বহুল ইতিহাসৰ বহু কথাই পোহৰলৈ আনিছে এই গ্ৰন্থই।

প্ৰকাশ ঃ ১৯৯৩ চন মূল্য ঃ ৩০.০০ টকা পৃষ্ঠা ৬-১৬৪

**স্বাধীনতা সূৰ্য্যৰ ক্ৰমক্ষীয়মান পোহৰত অসম বুৰঞ্জী**

ড° সত্যেন্দ্ৰ নাথ শৰ্মা

এই গ্ৰন্থ চন্দ্ৰকান্ত বৰপূজাৰী স্মাৰক বক্তৃতাৰ গ্ৰন্থৰূপ। এই গ্ৰন্থত আহোম ৰাজত্বৰ অধঃপতনৰ কাৰণসমূহ বিস্তাৰিত ভাৱে আলোচনা কৰিছে।

প্ৰকাশ ঃ ১৯৯৩ চন মূল্য ঃ ৩০.০০ টকা পৃষ্ঠা ৭-১২১

**মাধৱ কন্দলীৰ ৰামায়ণৰ ভাষা**

ড° লীলাৱতী শইকীয়া বৰা

ভাষাতত্ত্বৰ ফালৰ পৰা কন্দলীৰ ৰামায়ণৰ গুৰুত্বপূৰ্ণ দিশ কেবাটিও আছে, তাৰে ভিতৰত প্ৰচুৰ ভাৱে প্ৰয়োগ থকা কিন্তু বৰ্তমানে অপ্ৰচলিত বিবিধ শব্দ ৰাজি আৰু দ্বিতীয়তে খণ্ডবাক্য আৰু জতুৱা ঠাঁচৰ প্ৰচুৰ প্ৰয়োগ। গ্ৰন্থকাৰে এই গ্ৰন্থত কন্দলীৰ ভাষাৰ আটাইবোৰ বিশেষত্বৰ কথা বিস্তৃতভাৱে আলোচনা কৰিছে। অসমীয়া ভাষাৰ সেই কালৰ যথাৰ্থ ৰূপ আৰু ঐতিহাসিক কাৰণ অধ্যয়নৰ বাবে এই গ্ৰন্থ নিতান্তই অতি প্ৰয়োজনীয়।

প্ৰকাশ ঃ ১৯৯৩ চন মূল্য ঃ ২৫.০০ টকা পৃষ্ঠা ৮-১৪৪

**অসমৰ চিত্ৰকলা**
প্ৰদীপ চলিহা

অসমৰ চিত্ৰকলা হঠাতে হোৱা নহয়, ভাৰতীয় চিত্ৰকলাৰ বিভিন্ন ধাৰাৰে প্ৰৱাহিত হৈ ক্ৰমবিকাশৰ পথেৰে আগবঢ়া এটি চিত্ৰধাৰাহে। সেয়ে বুজিবলৈ সুবিধাৰ কাৰণে ভাৰতীয় চিত্ৰকলাৰ আধাৰতে অসমৰ চিত্ৰকলাৰ চমু আভাস দি গ্ৰন্থকাৰে এই গ্ৰন্থখন প্ৰস্তুত কৰি উলিয়াইছে।

প্ৰকাশ ঃ ১৯৯৩ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ৪-৬১

**অসমৰ তাঁতশাল**
লক্ষ্মীপ্ৰিয়া দেৱী চাংকাকতি

তাঁতশাল অসমৰ জাতীয় সংস্কৃতিৰ এক বৈশিষ্টপূৰ্ণ সম্পদ। এই আপুৰুগীয়া সম্পদ তাঁতশালখনৰ আতিগুৰি, তাঁত বোৱাৰ নিয়ম, এই সকলো দিশ সামৰি গ্ৰন্থখন প্ৰস্তুত কৰিছে।

প্ৰকাশ ঃ মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ৩৫

**অসমীয়া বিজ্ঞান সাহিত্য**
সংকল-সম্পাদক ঃ ডিম্বেশ্বৰ চলিহা

দৈনন্দিন জীৱনৰ নুন্যতম প্ৰয়োগৰ বাবেও আমাৰ সামাজিক জীৱন মন্থৰ হৈ আছে। সেয়েহে সভাই বিজ্ঞানক সৰ্বসাধাৰণৰ বাবে জনপ্ৰিয় কৰিবৰ বাবে কিছু আঁচনি লৈছে। তাৰে অংশ হিচাপে ১৯৮৭ চনত দুলিয়াজানত তিনিদিনীয়াকৈ এটা শিবিৰ অনুষ্ঠিত হৈছিল। আলোচনাত অংশ গ্ৰহণকাৰী বিশিষ্ট বিজ্ঞান কাহিনী লেখক তথা বিজ্ঞানীসকলে পাঠ কৰা ভাষণ সংগ্ৰহ কৰি "অসমীয়া বিজ্ঞান সাহিত্য" নামকৰণেৰে প্ৰকাশ কৰা হৈছে।

প্ৰকাশ ঃ ১৯৯৪ চন মূল্য ঃ ৫০.০০ টকা পৃষ্ঠা ১৪-২০৬

**নৱবৈষ্ণৱ ধৰ্মৰ আঁত বিচাৰি**
হৰিপ্ৰসাদ চলিহা

নৱ বৈষ্ণৱ ধৰ্মৰ ওপৰত প্ৰত্যক্ষ বা পৰোক্ষভাৱে বেদৰ কিবা প্ৰভাৱ পৰিছে নেকি অথবা বৈদিক প্ৰভাৱেৰে গঢ় লোৱা হিন্দুধৰ্ম বা হিন্দুদৰ্শনৰ প্ৰভাৱ নৱ বৈষ্ণৱ ধৰ্মত পৰিছে নেকি সেই বিষয়ৰ আলোচনাৰে হৰিপ্ৰসাদ চলিহাই এই গ্ৰন্থখন ৰচনা কৰিছে। বেদৰ জ্ঞান-কাণ্ডৰ প্ৰভাৱ কোন ধাৰাইদি প্ৰৱাহিত হৈ নৱ-বৈষ্ণৱ ধৰ্মত আহি পৰিছেহি, সেই বিষয়ে এই গ্ৰন্থত আলোচনা কৰা হৈছে।



প্ৰকাশ ঃ ১৯৯৪ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ৬-৩০

**বৌদ্ধ দৰ্শনৰ পৰিচয়**
আইম্যাখেং গোঁহাই

বৌদ্ধধৰ্ম হ'ল এক সাৰ্বজনীন ধৰ্ম। ইয়াক পালন কৰোতা ব্যক্তিৰ সম্যক দৃষ্টি জ্ঞানৰ ওপৰতহে নিৰ্ভৰ কৰে, কোনো ঈশ্বৰৰ ওপৰত ভৰষা নকৰে। বৌদ্ধ ধৰ্মৰ মূল দৰ্শন "অভিধৰ্মাৰ্থ সংগ্ৰহত" তাকেই বিশ্লেষণ কৰি দেখুৱাইছে। এই গ্ৰন্থত থুলমূলভাৱে সহজ ভাষাত সকলোৰে বোধগম্য হোৱাকৈ সেই কথাকে বৰ্ণনা কৰা হৈছে।

প্ৰকাশ ঃ ১৯৯৬ চন মূল্য ঃ ২৫.০০ টকা পৃষ্ঠা ৪-১২০

**চাহ শিল্পৰ কথা আৰু অসম**
ড° অঞ্জন বৰুৱা

চাহ শিল্পৰ বুৰঞ্জী, কাহিনী, কলা-সংস্কৃতি, আচাৰ-অনুষ্ঠান, ধৰ্মীয় ৰীতি-নীতি, মানৱ সমাজ আৰু সংস্কৃতিৰ এখন পৰিচয়মূলক গ্ৰন্থ।

প্ৰকাশ ঃ ১৯৯৪ চন মূল্য ঃ ৬০.০০ টকা পৃষ্ঠা ১৬৫

**বিদ্যুতৰ বিচিত্ৰ কাহিনী**
অভিজিত শৰ্মা বৰুৱা

ৰাইজৰ মাজত গ্ৰন্থ-প্ৰীতি জাগৰিত কৰিবলৈ সভাই ১৯৯৬-৯৭ বৰ্ষৰ পৰা "কিতাপ পঢ়ো আহক" আন্দোলন আৰম্ভ কৰিছে। এই গ্ৰন্থ বিদ্যুতৰ বিষয়ে সহজ সৰল-ভাষাত প্ৰণয়ন কৰি পাঠকৰ ওচৰলৈ উলিয়াই দিছে।

প্ৰকাশ ঃ ১৯৯৭ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ৩-৬৪

**প্ৰতিজৈৱিক (এন্টিবায়'টিক)**
ড° মিহিৰ কুমাৰ গোস্বামী

সভাৰ "কিতাপ পঢ়ো আহক" আন্দোলনৰ ফলশ্ৰুতি এই গ্ৰন্থ। প্ৰতিজৈৱিকনো

কি? ইয়াৰ আবিষ্কাৰ, ব্যৱহাৰ, উপকাৰ আৰু অপকাৰৰ বিষয়ে ইয়াত সন্নিবিষ্ট হৈছে।

প্ৰকাশ ঃ ১৯৯৭ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ৬০

**ডিগবৈ ঃ তেলৰ বৈছে নৈ**

জয়কান্ত গন্ধীয়া

এই গ্ৰন্থ সভাৰ 'কিতাপ পঢ়ো আহক' আন্দোলনৰ ফল। গ্ৰন্থখনিত ডিগবৈৰ অতীত, বৰ্তমান খুব চমুকৈ দাঙি ধৰা হৈছে।

প্ৰকাশ ঃ ১৯৯৭ চন মূল্য ঃ ১৮.০০ টকা পৃষ্ঠা ৫২

**শংকৰদেৰ সন্দৰ্শন**

সম্পাদক ঃ ড° বসন্ত কুমাৰ গোস্বামী

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ ৫৫০ তম্ জন্ম-জয়ন্তী উছৱৰ শ্ৰদ্ধাঞ্জলি। এই গ্ৰন্থ সমৃদ্ধ কৰা লেখনীসমূহ হ'ল নাৰায়ণ চন্দ্ৰ গোস্বামীৰ 'নাট্যশাস্ত্ৰ আৰু শ্ৰীহস্তমুক্তাৱলীৰ অধাৰত শংকৰী নৃত্যৰ শাস্ত্ৰীয় স্থিতি', ড° কেশবানন্দ দেৱ গোস্বামীৰ 'শংকৰদেৱৰ নাট ভাওনা ঃ প্ৰৱৰ্তন আৰু বিৱৰ্তন', ড° ডিম্বেশ্বৰ শৰ্মাৰ 'শংকৰদেৱৰ নাটৰ আংগিক আৰু তাত্বিক বৈশিষ্ট্য', কেশদা মহন্তৰ 'শংকৰদেৱৰ সাহিত্যৰ ৰস বিচাৰ', ড° অশোক কুমাৰ গোস্বামীৰ 'ভক্তি ৰত্নাকৰ ঃ এটি সমীক্ষাত্মক পৰিচয়', ড° নবেন কলিতাৰ 'চিহ্ন যাত্ৰাৰ পৰা চিত্ৰ ভাগৱতলৈ চিত্ৰশৈলীৰ আভাস',পবিত্ৰপ্ৰাণ গোস্বামীৰ 'বৰগীতৰ সাংগিতিক মৰ্যদা, মালিনী গোস্বামীৰ 'শংকৰদেৱৰ নিসৰ্গ চিত্ৰণ', বাপচন্দ্ৰ মহন্তৰ 'শংকৰী গায়ন পদ্ধতিৰ শাস্ত্ৰীয় বৈশিষ্ট্য, ড° প্ৰকাশ গোস্বামীৰ 'শংকৰদেৱৰ সংস্কৃতি ভাৱনা', ড° লীলাৱতী শইকীয়া বৰাৰ 'শংকৰদেৱৰ সাহিত্যৰ ভাষা', ড° দীপ্তি ফুকন পাটগিৰিৰ 'শংকদেৱৰ সাহিত্যত ব্যৱহৃত ক্ৰিয়া আৰু চৰ্যাগীতৰ ক্ৰিয়া', ড° গিৰিশ বৰুৱাৰ 'শংকৰী দৰ্শন ঃ এটি সাধাৰণ ৰূপৰেখা', ড° অঞ্জলি শৰ্মাৰ 'শংকৰদেৱৰ চৰিত অধ্যয়ন' আৰু ড° মহেন্দ্ৰ বৰাৰ 'ছন্দগুৰু শংকৰদেৱ'।

প্ৰকাশ ঃ ১৯৯৮ চন মূল্য ঃ ৩০০.০০ টকা পৃষ্ঠা ৪-২৪৭



**অম্বিকাগিৰী ৰায় চৌধুৰীৰ চেতনাৰ চিন্তা**

সংকলক-সম্পাদক ঃ শুচিব্ৰতা ৰায়চৌধুৰী

ৰায় চৌধুৰীদেৱে সম্পাদনা কৰা 'চেতনা'ত প্ৰৱল দেশাত্মবোধ, অসমৰ ভাষিক সামাজিক, সাংস্কৃতিক জীৱনৰ উত্তৰোত্তৰ উন্নতিৰ বাবে এক নিৰলস চেষ্টাৰ প্ৰতিচ্ছবি দেখিবলৈ পোৱা যায়। তেখেতৰ সুযোগ্যা কন্যাই 'চেতনা'ৰ সম্পাদকীয়সমূহ বিভিন্ন ভাগত সজাই এই সংকলনটো প্ৰস্তুত কৰিছে।

প্ৰকাশ ঃ ১৯৯৯ চন মূল্য ঃ ৫০.০০ টকা পৃষ্ঠা ৬-১২৫

**যড় দৰ্শন**

ড° গিৰীশ চন্দ্ৰ শৰ্মা

ভাৰতীয় দৰ্শনৰ বিষয়ে সহজে বুজিব পৰাকৈ ৰচিত গ্ৰন্থ।

প্ৰকাশ ঃ ১৯৯৯ চন মূল্য ঃ ২৫.০০ টকা পৃষ্ঠা ৬-৬১

**বৈষ্ণৱ চিত্ৰৰ ধাৰা**

মাধৱ বৈশ্য

অসমৰ বৈষ্ণৱ যুগটোৰ চিত্ৰকৰ্মৰ দুটা বিশিষ্ট ধাৰা সত্ৰীয়া আৰু ৰজাঘৰীয়াৰ লগতে লোক চিত্ৰকলাকো গ্ৰন্থখনত অন্তৰ্ভুক্ত কৰিছে। সৌন্দৰ্য সন্ধানমুখী মানুহৰ মনৰ সৃষ্টিৰ কামনা শ্ৰীমাধৱ বৈশ্যই "বৈষ্ণৱ চিত্ৰৰ ধাৰা"ৰ মাজেদি অধ্যয়ন কৰিবলৈ যত্ন কৰিছে।

প্ৰকাশ ঃ ১৯৯৫ চন মূল্য ঃ ১০০.০০ টকা পৃষ্ঠা ১১৪

**মোহনীয় বিশ্বব্ৰহ্মাণ্ড**

ড° দীনেশ চন্দ্ৰ গোস্বামী

এই গ্ৰন্থত বিশ্বব্ৰহ্মাণ্ডখনৰ বিষয়ে মানুহৰ অন্বেখনৰ কাহিনী আৰু বিশ্বব্ৰহ্মাণ্ডখনৰ বিষয়ে মানুহৰ বৰ্তমান জ্ঞানৰ থুলমূল আভাস দিবলৈ প্ৰয়াস কৰা হৈছে। এই গ্ৰন্থ "তাৰাপ্ৰসাদ চক্ৰৱৰ্ত্তী সোঁৱৰণী ন্যাস"ৰ পৰা প্ৰকাশ কৰা হৈছে।

প্ৰকাশ ঃ ২০০১, চন মূল্য ঃ ৫০.০০ টকা, পৃষ্ঠা ১২১

## লিওনাৰ্ডো দ্য ভিঞ্চি ঃ জীৱন আৰু চিত্ৰকলা

শোভা ব্ৰহ্ম

লিওনাৰ্ডোৰ জীৱন আৰু কৰ্মৰ বিস্তৃতি ব্যাপক। এই গ্ৰন্থত তেখেতৰ চিত্ৰশিল্পৰ ওপৰতে আলোচনা কৰা হৈছে। গ্ৰন্থকাৰৰ নিজৰ ভাষাতে "শিল্পী, বিজ্ঞানী, আবিষ্কাৰক, ভাস্কৰ্য শিল্পী, স্থাপত্য শিল্পী, চিত্ৰশিল্পী, সামৰিক অভিযন্তা লিওনাৰ্ডোৰ পৰা অসম্ভৱ হ'লেও চিত্ৰশিল্পী লিওনাৰ্ডোক বিছিন্ন কৰি তেওঁৰ জীৱন কাহিনীৰ লগতে তেওঁৰ বহুপ্ৰসাৰী চিত্ৰৰ আলোচনাৰ প্ৰযত্ন কৰা হৈছে।"

প্ৰকাশ ঃ ২০০৫ চন, মূল্য ঃ ২০০.০০ টকা পৃষ্ঠা ৫,১২৪,৩১

## অসমৰ সামাজিক ৰূপান্তৰ আৰু মধ্যশ্ৰেণীৰ বিকাশ

যতীন্দ্ৰ কুমাৰ বৰগোহাঞি

'চন্দ্ৰকান্ত বৰপূজাৰী স্মাৰক বক্তৃতাৰ' গ্ৰন্থৰূপ। প্ৰাগ ঐতিহাসিক যুগৰ পৰা ১৯২০ লৈ এই বিস্তৃত কালৰ ইতিহাস অৱলোকন কৰিছে এই গ্ৰন্থত। অসমীয়া সমাজখনৰ ৰূপান্তৰৰ পথ কেনে আছিল, কোনবোৰ শক্তিয়ে ইতিহাসৰ শক্তিয়ে ইতিহাসৰ ভিন্ ভিন্ পৰ্যায়ত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল সেই বিষয়ে আলোকপাত কৰাৰ চেষ্টা কৰা হৈছে।

প্ৰকাশ ঃ ২০০৫ চন মূল্য ঃ ৩০০.০০ টকা পৃষ্ঠা ঃ ৬-২৯৩

## অসম দেশৰ পুৰণি কথা আৰু মহাসমৰ

শৰৎ চন্দ্ৰ গোস্বামী

অসম দেশৰ পুৰণি কথাত যোৱা প্ৰাচীন কালৰ পৰা আৰম্ভ কৰি যোৱা শতিকাৰ প্ৰথম ছোৱালৈকে অসমৰ ইতিহাস অতি চমুকৈ বৰ্ণনা কৰা হৈছে। ইয়াৰ উপৰিও অসমৰ গৌৰৱৰ দৃষ্টান্ত দাঙি ধৰি উঠি অহা চামক অনুপ্ৰেৰণা যোগাইছে। 'মহাসমৰ'ৰ বিষয় বস্তু প্ৰথম বিশ্বযুদ্ধ। কি দৰে এটা সাধাৰণ ঘটনাৰ পৰা পৃথিৱীৰ বিভিন্ন দেশলৈ এই যুদ্ধ বিয়পি পৰিল আৰু কি দৰে এই মহাযুদ্ধৰ সমাপ্তি হ'ল তাক ছাত্ৰ-ছাত্ৰীৰ মনোগ্ৰাহীকৈ বৰ্ণনা কৰিছে।

প্ৰকাশ ঃ ২০০৫ চন মূল্য ঃ ১০০.০০ টকা পৃষ্ঠাঃ ৮-১০৬



## সত্ৰীয়া নৃত্যৰ কথা

ৰচনা- ড° জগন্নাথ মহন্ত

সম্পাদনা ঃ ড° প্ৰদীপজ্যোতি মহন্ত

এই গ্ৰন্থত বিশিষ্ট শাস্ত্ৰীয় নৃত্যধাৰা ৰূপে সত্ৰীয়া নৃত্যৰ বিভিন্ন দিশ সম্পৰ্কে আভাস দিয়াৰ উপৰিও প্ৰাথমিক কাৰিকৰী দিশ উপস্থাপন কৰিছে। এই গ্ৰন্থই যিকোনো অনুৰাগী পাঠকক শাস্ত্ৰীয় নৃত্যৰ লগতে সত্ৰীয়া নৃত্যৰো সাধাৰণ লক্ষণ, বৈশিষ্ট্য আৰু বৈচিত্ৰ্য সম্পৰ্কে এটা স্পষ্ট ধাৰণা দিব পাৰিব। গ্ৰন্থৰ আৰম্ভণি ভাৰতবৰ্ষৰ শাস্ত্ৰীয় নৃত্যধাৰাৰ সাধাৰণ লক্ষণ বা তাৰ বিবিধ দিশ উল্লেখ কৰা হৈছে। অন্যহাতে সত্ৰৰ পৰা কলাৰূপে দৰ্শকৰ মাজলৈ আহোতে ঘটা পৰিবৰ্তনৰ আভাস দাঙি ধৰা হৈছে।

প্ৰকাশ ঃ ২০০৫ চন মূল্য ঃ ১০০.০০ টকা পৃষ্ঠাঃ ১৫-৭৭

## অনু- পৰমাণু

ড° প্ৰবীণ বৰুৱা

কুৰি শতিকাক পাৰমাণৱিক যুগ বোলা হয়। জাপানত পাৰমাণৱিক বোমা বিস্ফোৰণে আৰু তাৰ পিচত পাৰমাণৱিক শক্তিক মানৱ সেৱাত বহুলভাৱে ব্যৱহৃত হ'বলৈ লোৱাত মানুহৰ অনু-পৰমাণু বিষয়ে জানিবলৈ আগ্ৰহী কৰি তোলে। সেই আগ্ৰহী সকলৰ বাবে অনু-পৰমাণুৰ বিষয়ে আৱিষ্কৃত তথ্যসমূহ সৰল ভাষাত এই গ্ৰন্থত আলোচনা কৰা হৈছে।

প্ৰকাশ ঃ ২০০৫ চন মূল্য ঃ ৭০.০০ টকা পৃষ্ঠাঃ ৮৮

## অসমৰ ইতিহাস

ড° নিশিপদ চৌধুৰী, চেনেহী বেগম, ড° শান্ত বৰ্মণ

প্ৰাচীন যুগ, মধ্য যুগ আৰু আধুনিক যুগ এই তিনিটা ভাগত ভাগ কৰি এই গ্ৰন্থ প্ৰণয়ন কৰা হৈছে। প্ৰত্যেক যুগৰে ৰাজনৈতিক কাৰ্যকলাপ, সাহিত্য-সংস্কৃতি, বিজ্ঞান, খেল-ধেমালি সাঙুৰি এক বস্তুনিষ্ঠ অধ্যয়নৰ চেষ্টা এই গ্ৰন্থত কৰা হৈছে।

প্ৰকাশ ঃ ২০০৭ চন মূল্য ঃ ৬০০.০০ টকা পৃষ্ঠাঃ ৫৪১

## আজান

সংকলন ঃ ডাঃ ছাহিদুল ইছলাম, কমল কলিতা

১৯৬৫ চনৰ পৰা ১৯৯০ চনলৈ অসমীয়া ভাষাত ধাৰাবাহিকভাৱে প্ৰকাশিত, এম. ইলিমউদ্দিন দেৱান সম্পাদিত আজান আলোচনীৰ নিৰ্বাচিত সংকলন।

প্ৰকাশ ঃ ২০০৭ চন মূল্য ঃ ১৫০.০০ টকা পৃষ্ঠাঃ ২০-২৮৮

## অসমৰ সমস্যাৰ ৰূপৰেখা

সম্পাদক ঃ সতীশ চন্দ্ৰ চৌধুৰী, হৰেন্দ্ৰ কলিতা

সভাই ২০০৭ চনৰ ১ আৰু ২ জুলাইত অসমৰ আৰ্থ সামাজিককে প্ৰমুখ্যে কৰি জ্বলন্ত সমস্যাসমূহ আলোচনা কৰিবলৈ এক মহাসন্মিলন আয়োজন কৰে। সন্মিলনত আলোচিত বিষয়সমূহ সামৰি এই গ্ৰন্থ প্ৰণয়ন কৰা হৈছে। এই গ্ৰন্থত সন্নিবিষ্ট আলোচনাসমূহ হ'ল- 'অসমৰ অস্তিত্বৰ সংকত আৰু ভৱিষ্যৎ' ড° কৃষ্ণ গোপাল ভট্টাচাৰ্য্য, 'স্বেচ্ছাসেৱী আৰু সামগ্ৰিক বিকাশ', ড° কুলেন্দু পাঠক, 'অসমৰ জাতীয় জীৱন আৰু চাহ জনজাতি', গণেশ চন্দ্ৰ কুৰ্মি, 'অসমৰ হিংসাজৰ্জৰিত পৰিৱেশৰ অৱসান ঘটাবলৈ আমি কি পন্থা হাতত ল'ম', জ্যোতি প্ৰসাদ ৰাজখোৱা, 'অসমৰ শক্তিখণ্ডৰ ব্যৰ্থতা আৰু নিৰাময়ৰ উপায়', তৰুণ চন্দ্ৰ ভট্টাচাৰ্য, 'অসমৰ শান্তি সম্প্ৰীতি ৰক্ষাত নাগৰিকৰ ভূমিকা', ড° দেৱ প্ৰসাদ বৰুৱা, 'সন্ত্ৰাসবাদৰ সন্মুখীন হ'লেই নহ'ব, তাক নিৰ্মূল কৰিবও লাগিব', ধীৰেন্দ্ৰ নাথ চক্ৰবৰ্ত্তী, 'অসমীয়া জাতিগঠনৰ ইতিহাসৰ অভাস', ড° নগেন শইকীয়া, 'প্ৰতিযোগিতামূলক পৰীক্ষাৰ প্ৰতি আগ্ৰহ জনোৱাৰ উপায়', নিৰ্মল কুমাৰ চৌধুৰী, 'অসমৰ সাম্প্ৰতিক পৰিস্থিতিত ভ্ৰাম্যমাণ থিয়েটাৰৰ ভৱিষ্যৎ', মঃ নজৰুল ইছলাম, 'অসমৰ জনগাঁঠনিত জনসংখ্যা বৃদ্ধিৰ প্ৰভাৱ', নগেন্দ্ৰ চন্দ্ৰ দত্ত, 'ভাষা প্ৰয়োগ সমস্যা আৰু সমাধান', ড° নগেন চৌধুৰী, 'অস্তিত্ব ৰক্ষাৰ হেতুকে সংবিধান সংশোধনৰ নিতান্ত প্ৰয়োজন', পাচু গোপাল বৰুৱা, 'অসমত বৃত্তিমুখী শিক্ষাৰ অন্তৰায়', পৰমেশ দত্ত, 'উত্তৰ পূৰ্বাঞ্চলৰ সংযোগৰ মাধ্যম অসমীয়াই হোৱা উচিত', ড° পুষ্প গগৈ, 'সাম্প্ৰতিক অসমৰ সমস্যাঃ এক প্ৰত্যাহ্বান', ড° বসন্ত কুমাৰ গোস্বামী,



'অসমৰ নিচাযুক্ত দ্ৰব্যৰ প্ৰচলনৰ কু-প্ৰভাৱ আৰু নিৰাময়ৰ বাবে মহিলাৰ ভূমিকা', বোধেশ্বৰী শইকীয়া, 'অসমৰ ক্ষুদ্ৰ জাতিসত্বাৰ উত্থান আৰু গতিবিধি', ড° বসন্ত কুমাৰ দলে, 'অসমৰ গোষ্ঠী সমন্বয়ৰ অতীত, বৰ্ত্তমান আৰু ভৱিষ্যৎ',ড° ভু বন মোহন দাস,'বিচ্ছিন্নতাৰ বাবে উত্থানৰ কাৰণ আৰু সমাধানৰ উপায় স্বাধীনতাৰ স্বপ্ন আৰু অসমৰ ভৱিষ্যৎ', ভৱানী প্ৰসাদ অধিকাৰী, 'অসমৰ গোষ্ঠীদ্বন্দ্বৰ সমাধানৰ উপায়', ড° মংগলসিং হাজোৱাৰী, 'অসমৰ অৰ্থনৈতিক উন্নয়নত কৰফাঁকিৰ কু-প্ৰভাৱ' মৃনালক্ৰান্তি চক্ৰৱৰ্ত্তী, 'দ্বি-নাগৰিকত্বৰ সূত্ৰ আৰু অসমত ইয়াৰ প্ৰাসংগিতা', মনোজ বৰুৱা, 'গোষ্ঠী প্ৰৱনতা আৰু বৃহত্তৰ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ পুষ্টিহীনতা', মিলেশ্বৰ পাতৰ, 'অসমৰ অৰ্থনৈতিক উন্নয়নঃ প্ৰত্যাশা, প্ৰচাৰ আৰু বাস্তৱ', ৰাধিকা মোহন ভাগৱতী,'বৰ্তমান হিংসা আৰু হত্যা আদি ধ্বংসকাৰী অশুভ শক্তিয়ে নতুন প্ৰজন্মৰ ওপৰত পেলোৱা প্ৰভাৱ', ড° ৰেণু দেৱী, 'অসমীয়া জাতি আৰু সংস্কৃতি- সমন্বয়ৰ সংমিশ্ৰণৰ জাতি আৰু সংস্কৃতি' ৰত্নেশ্বৰ বসুমতাৰী, 'অসমৰ জাতীয় জীৱন সুৰক্ষাৰ হকে আত্মসমালোচনাৰ প্ৰয়োজন', ৰাধা বৰা, 'অসমৰ ঐক্য সংহতিত ধৰ্মীয় সহিষ্ণুতা', শেখ চান্দ মহম্মদ, 'অসমৰ ছাত্ৰ যুৱ শক্তিৰ ভূমিকা' 'মোৰ ঠাই মোৰ আপোন হওক, মোৰ সপোন হওক', ড° সমুজ্জল ভট্টাচাৰ্য্য, 'অসমৰ জাতীয় জীৱনৰ অন্য এক সমস্যা গ্ৰন্থ অধ্যয়নৰ বাবে সামাজিক পৰিবেশৰ অভাব', সূৰ্য্য হাজৰিকা, 'অসমৰ আইন শৃংখলাৰ পৰিস্থিতি আৰু সমাধান', হৰেকৃষ্ণ ডেকা, 'অসমৰ সমস্যা সমাধানত সংবাদ-পত্ৰৰ ভূমিকা', হাইদৰ হুছেইন, 'বিদেশী অগ্ৰাসন আৰু অসমৰ ভৱিষ্যত'- হিৰণ্য কুমাৰ ভট্টাচাৰ্য্য, 'Taking on the educated uneuployed in Assam"- Amiya Sarma, "Culture and devlopment. A Castudy of Assam"- Dr. Jayanta Madhab, "आतंकवाद एवं समाधान"- डाः वाई. एल कर्ण।

প্ৰকাশ ঃ ২০০৭ চন মূল্য ঃ ১০০.০০ টকা পৃষ্ঠা ১৯৮

## অসম সাহিত্য সভাৰ ন্যাস-পুঁজি আৰু বঁটা-পুঁজিসমূহ

প্ৰথম-দ্বিতীয় সংকলক ঃ প্ৰকাশ গোস্বামী,

তৃতীয় সংকলক-সম্পাদক ঃ সতীশচন্দ্ৰ চৌধুৰী

অসম সাহিত্য সভাৰ বিভিন্ন ন্যাস-পুঁজি আৰু বঁটা পুঁজিসমূহৰ বিস্তৃত বিৰৰণ একেলগে সংকলন কৰা আছে এই পুথিখনত।

প্ৰথম প্ৰকাশ ঃ ১৯৮৬ চন পৃষ্ঠা ১-২০
দ্বিতীয় প্ৰকাশ ঃ ১৯৯১ চন পৃষ্ঠা ১-৩০
তৃতীয় প্ৰকাশ ঃ ২০০৯ চন পৃষ্ঠা ১-৫৫

**কন্টক উপহাৰ**
প্ৰসন্নলাল চৌধুৰী

বিদ্ৰোহী কবি তথা অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি প্ৰয়াত প্ৰসন্নলাল চৌধুৰীদেৱৰ স্ব-ৰচিত একৈশটি কবিতাৰ সংকলিত পুথি।

প্ৰকাশ ঃ ১৯৯০ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-৯০



# ইংৰাজী প্ৰকাশন

**আনন্দৰাম ঢেকিয়াল ফুকন ঃ প্লি ফৰ আসাম এণ্ড আচামিজ**
ড° মহেশ্বৰ নেওগ সম্পাদিত
**Anadaram Dhekiyal Phukan : Plea for Assam and Assamese**
Edt. Dr. Maheswar Neog

এই পুথিত ড° নেওগে আনন্দৰাম ঢেকিয়াল ফুকনৰ চিনাকি দি তেওঁৰ সময়ৰ কথা (ঘাইকৈ অসমীয়া ভাষা পুনৰ্বাসনৰ সংগ্ৰাম) আলোচনা কৰিছে। ইয়াৰ লগতে ঢেকিয়াল ফুকনে মিলচক দিয়া প্ৰতিবেদন (১৮৫৪) আৰু ঢেকিয়াল ফুকনৰ 'এ ফিউ ৰিমাৰ্কচ্‌ অন্‌ দি আচামিজ লেংগুৱেজ এণ্ড অন্‌ ভাৰ্নাকুলাৰ এডুকেচন ইন আসাম' পুথিখনো সংযোগ কৰিছে।

প্ৰকাশ ঃ ১৯৭৭ চন মূল্য ঃ ১২.০০ টকা পৃষ্ঠা ১-১৭৪

**এ ফিউ এচপেক্ট অৱ আচামিজ লিটাৰেচাৰ এণ্ড কালচাৰ**
ড° সত্যেন্দ্ৰ নাথ শৰ্মা
**A few Aspect of Assamese Literature and Culture**
Dr. Satyendranath Sarma

অসমীয়া সাহিত্য-সংস্কৃতিৰ বিস্তৃত আলোচনা সম্বলিত গ্ৰন্থ।

প্ৰকাশ ঃ ১৯৯১ চন মূল্য ঃ ৩০.০০ টকা পৃষ্ঠা ১-২০০

**দি ষ্টাডি অফ্‌ হডোনাইমি**
ড° শৰৎ কুমাৰ ফুকন
**The Study of Hodonymy**
Dr. Sarat Kumar Phukan

**Hodonymy** মানে হ'ল নামৰ ৰাস্তা। এই কিতাপখন এখন সংগ্ৰহণাত্মক কিতাপ। লিখকে বিভিন্ন স্থানত বিভিন্ন সময়ত চাকৰি সংক্ৰান্তত থাকিব লগীয়া

হোৱাৰ বাবে বিভিন্ন লিখক, পুথি, পাণ্ডুলিপি আদিৰ ওপৰত ভিত্তি কৰি অসমীয়া সাহিত্যজগতৰ উৎপত্তি তথা উন্নতি সাধনৰ ক্ষেত্ৰত ৰসৰাজ বেজবৰুৱাদেৱৰ সময়ৰ পৰা আজি পৰ্যন্ত তেওঁ লগ পোৱা বিভিন্নজনৰ লিখনি তথা পুথিৰ আধাৰত লিখিত প্ৰবন্ধমূলক কিতাপ।

প্ৰকাশ ঃ ২০০১ চন মূল্য ঃ ৫০.০০ টকা পৃষ্ঠা ১-১৫৬

**এনালচ্ অব সাহিত্য সভা**

ড° মহেশ্বৰ নেওগ

**Annals of Asam Sahitya Sabha**

Dr. Maheswar Neog

এই পুথিত ১৯৭৫ চনৰ পৰা ১৯৭৭ চলৈকে অসম সাহিত্য সভাৰ বিৱৰণ আছে। পুথিত সভাৰ অন্যান্য তথ্যপাতিও সন্নিবিষ্ট হৈছে।

প্ৰকাশ ঃ ১৯৭৬ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-৭৯

**আসাম এণ্ড দি আচামিজ মাইণ্ড**

ড° নগেন শইকীয়া সম্পাদিত

**Assam and the Assamese Mind**

Dr. Nagen Saikia

এইখন অসমৰ বিষয়ে পৰিচয়জ্ঞাপক পুথি। ইয়াত বাৰজন বিশিষ্ট লোকে বিভিন্ন শিতানত লিখা প্ৰবন্ধ সন্নিবিষ্ট হৈছে। শেহত লেখকসকলৰ পৰিচয় আৰু বিভিন্ন বিষয়ৰ অসম সম্বন্ধীয় পুথিৰ তালিকা দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৮৫ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-১৫৬

**আচাম্চ লেংগুৱেজ কোৱেচনচ্**

ড° মহেশ্বৰ নেওগ সম্পাদিত

**Assam's Language Question**

Edt. Dr. Maheswar Neog

অসমৰ শাসকীয় অধিনিয়ম ১৯৬০ আৰু অন্যান্য প্ৰাসংগিক বিষয়ৰ



আলোচনা। ইয়াত সাতোটা ইংৰাজী প্ৰবন্ধ আৰু পৰিশিষ্টত অসম সাহিত্য সভাৰ প্ৰস্তাৱ আৰু স্মাৰক-পত্ৰ আদি আছে।

প্ৰকাশ ঃ ১৯৬১ চন মূল্য ঃ ২.০০ টকা পৃষ্ঠা ১-৬২

**আচামিজ ফৰ অল**

ড° মুকুন্দ মাধৱ শৰ্মা

**Assamese for All**

Dr. Mukunda Madhab Sarma

অসমীয়া ভাষা স্বয়ং-শিক্ষক পুথি। ইয়াত অসমীয়া ভাষাৰ বৰ্ণমালা, উচ্চাৰণ, সাধাৰণতে ব্যৱহৃত শব্দৰ তালিকা, ব্যাকৰণৰ জ্ঞান আদিৰ দ্বাৰা অসমীয়া নজনা লোকক অসমীয়া ভাষাৰ জ্ঞান দিয়াৰ প্ৰয়াস কৰা হৈছে।

প্ৰকাশ ঃ ১৯৬৩ চন মূল্য ঃ ২.০০ টকা পৃষ্ঠা ১-১২৩

**ডেভলপমেন্ট অব্ স্ক্ৰিপ্ত ইন্ এনচিয়েন্ট কামৰূপ**

ড° টি.পি. বৰ্মা

**Development of Script in Ancient Kamrup**

Dr. T. P. Varma

আনন্দৰাম বৰুৱাৰ ১২৫ তম জন্ম-শতবাৰ্ষিকী উপলক্ষে অসম সাহিত্য সভাই আয়োজন কৰা আনন্দৰাম সোঁৱৰণী বক্তৃতা। বক্তৃতাৰ বিষয় 'কামৰূপত পঞ্চম শতিকাৰ পৰা বিকশিত হোৱা লিপি প্ৰসংগত ভাৰতীয় লিপিতত্ত্ব'। এই বক্তৃতাত ড° বৰ্মাই পোনতে ব্ৰাহ্মীলিপিৰ কথা অৱতাৰণা কৰি ভাৰতৰ অন্যান্য লিপিৰ কথা আলোচনা কৰি শেষত অসমীয়া লিপিৰ প্ৰাচীনত্ব আৰু বৈশিষ্ট্য আলোচনা কৰিছে। তেওঁ পঞ্চম শতিকাৰ পৰা দ্বাদশ শতিকালৈকে অসমীয়া লিপিৰ বিশদ আলোচনা কৰিছে। ইয়াত ২৪ খন আখৰ-তালিকা আছে।

প্ৰকাশ ঃ ১৯৭৬ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-৭৬

**গ্ৰেমেটিকেল নট্‌চ অন্ দি আচামিজ লেংগুৱেজ**
ড° নাথন ব্ৰাউন
**Rev. Dr. Nathan Brown's Grammatical Notes on the Assamese Language**
Revised by P. H. Moore

এই পুথি ড° নাথন ব্ৰাউনৰ দ্বাৰা লিখিত আৰু পি.এইচ. মূৰৰ দ্বাৰা সংশোধিত তৃতীয় তাঙৰণৰ (১৮৯৩ চন) পুৰ্নমুদ্ৰণ। এইখন ইংৰাজীত লিখা অসমীয়া ভাষাৰ দ্বিতীয় ব্যাকৰণ। ইয়াক ইংৰাজী ব্যাকৰণৰ আৰ্হিত লিখা হৈছে।
প্ৰকাশ ঃ ১৯৮২ চন মূল্য ঃ ১০.০০ টকা পৃষ্ঠা ১-৯৫

**ইক্লিপ্‌চ ইন দি ইষ্ট**
অসম সাহিত্য সভা
**Eclipse in the East**
Assam Sahitya Sabha

এই পুস্তিকাত বিদেশী বিতাৰণ সন্দৰ্ভত হোৱা অসম আন্দোলনৰ এটি পৰ্যালোচনা কৰা হৈছে।
প্ৰকাশ ঃ ১৯৮০ চন মূল্য ঃ ১.০০ টকা পৃষ্ঠা ১-১৩

**লক্ষ্মীনাথ বেজবৰুৱা**
ড° মহেশ্বৰ নেওগ
**Lakshminath Bezbarua**
Dr. Maheswar Neog

সাহিত্যৰথী বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে ড° নেওগে বেজবৰুৱাৰ জীৱন আৰু সাহিত্য কৰ্মৰ বিষয়ে ইংৰাজী ভাষাত লেখা পুস্তিকা।
প্ৰকাশ ঃ ১৯৬৮ চন মূল্য ঃ ০.৫০ টকা পৃষ্ঠা ১-২০

**মনিটাৰী ডেভেলপমেন্ট ইন্ আৰ্লি আচাম**
ড° জয়প্ৰকাশ সিং
**Monetary Development in Early Assam**
Dr. Jai Prakash Singh

এই পুথিত ড° সিঙৰ পাঁচোটা বক্তৃতা (১৯৮৫ চনৰ জানুৱাৰী মাহৰ ২৭/২৮ তাৰিখ)। এই বক্তৃতাত অসমৰ বিত্ত সম্পৰ্কীয় বিকাশৰ কথা মুদ্ৰাৰ আধাৰত আলোচনা কৰা হৈছে। প্ৰথম বক্তৃতা হৈছে ইতিহাস আৰু কালক্ৰম, দ্বিতীয়টো হৈছে বিত্ত সম্পৰ্কীয় বিকাশ, তৃতীয়টো-তাম্ৰমুদ্ৰা আৰু মুদ্ৰাৰ তালিকা, চতুৰ্থ স্বৰ্ণমুদ্ৰা আৰু পাগলাটেকৰ মুদ্ৰা। পৰিশিষ্ট তথ্যসমৃদ্ধ।
প্ৰকাশ ঃ ১৯৮৯ চন মূল্য ঃ ১৫.০০ টকা পৃষ্ঠা ১-৭৭



**প্ৰেচিডেন্সিয়েল এড্ৰেচ**
ড° মহেশ্বৰ নেওগ
**Presidential Address**
Dr. Maheswar Neog

অসম সাহিত্য সভাৰ একচত্বাৰিংশত্তম (১৯৭৪, মঙলদৈ) সন্মিলনৰ মূল অধিৱেশনৰ সভাপতি ড° নেওগৰ অভিভাষণৰ ইংৰাজী অনুবাদ।
প্ৰকাশ ঃ ১৯৭৪ চন মূল্য ঃ ২.০০ টকা পৃষ্ঠা ১-৪৯

**সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা**
অতুল চন্দ্ৰ গোস্বামী সম্পাদিত
**Sahityarathi Lakshminath Bezbarua**
Edt. Atul Chandra Goswami

সাহিত্যৰথী বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত ইংৰাজী পুস্তিকা। লেখকে ইয়াত বেজবৰুৱাৰ জীৱন আৰু সাহিত্য-কৰ্মৰ আভাস দিছে।
প্ৰকাশ ঃ ১৯৬৮ চন মূল্য ঃ ০.৫০ টকা পৃষ্ঠা ১-২০

**ষ্টাডিজ্ ইন্ দি আৰ্লি হিষ্টৰি অব্ আচাম**
সম্পাদনা ঃ ড° মহেশ্বৰ নেওগ
**Studies in the Early History of Assam**
Edt.Dr. Maheswar Neog

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি কনকলাল বৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত গ্ৰন্থ। বৰুৱাই ১৯৩৩ চনৰ পৰা ১৯৩৯ চনৰ ভিতৰত অসম বুৰঞ্জী আৰু সংস্কৃতি সম্পৰ্কে লেখা আৰু বিভিন্ন গৱেষণামূলক ইংৰাজী

আলোচনীত প্ৰকাশিত ইংৰাজী প্ৰবন্ধৰ সংকলন। পৰিশিষ্টত অনেক মূল্যবান তথ্যপাতি আছে। সম্পাদকে বৰুৱাৰ জীৱনী আৰু ৰচনা সম্পৰ্কে আলোচনা কৰিছে।

প্ৰকাশ ঃ ১৯৭২ চন মূল্য ঃ ৩০.০০ টকা পৃষ্ঠা ১-৩২৯

**দি অসম সাহিত্য সভা**

কেশৱ নাৰায়ণ দত্ত

**The Asam Sahitya Sabha**

Kesav Narayan Dutta

অসম সাহিত্য সভা, ইয়াৰ জন্ম, বিকাশ, কাৰ্যাৱলী (১৯১৭-৫৩) সংগঠন, বিভিন্ন ন্যাস পুঁজি আদিৰ থুলমূল বিৱৰণ থকা পুস্তিকা।

প্ৰকাশ ঃ ১৯৫৩ চন মূল্য ঃ ১.০০ টকা পৃষ্ঠা ১-২৪

**দি ইভলিউচন্ অব আচামিজ স্ক্ৰিপট্**

ড° মহেন্দ্ৰ বৰা

**The Evolution of Assamese Script**

Dr. Mahendra Bora

ড° বৰাই ১৯৮১ চনৰ ১৮ আৰু ১৯ জানুৱাৰী তাৰিখে চন্দ্ৰকান্ত সন্দিকৈ ভৱনত দিয়া বাগ্মীবৰ নীলমণি ফুকন স্মাৰক বক্তৃতা উক্ত গ্ৰন্থত সন্নিবিষ্ট হৈছে। এই চাৰিটা বক্তৃতাত দ্বাদশ শতিকাৰ পৰা ঊনবিংশ শতিকালৈকে অসমীয়া লিপিৰ বিকাশৰ কথা সামৰা হৈছে। পৰিশিষ্টত প্ৰশ্ন আৰু উত্তৰ সংযোগ কৰা হৈছে।

প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ২২.০০ টকা পৃষ্ঠা ১-১২৭

**দি হস্তমুক্তাৱলী অব্ শুভংকৰ কবি**

সম্পাদনা ঃ ড° মহেশ্বৰ নেওগ সম্পাদিত

**The Hastamuktavali of Subhankara Kavi**

Edt. Dr. Maheswar Neog

এই পুথিত শুভংকৰ কবিৰ শ্ৰীহস্তমুক্তাৱলীৰ মূল পাঠ দিয়া হৈছে। সংস্কৃত গ্ৰন্থত ৩০ বিধ অসংযুক্ত হস্ত, ১৪ বিধ সংযুক্ত হস্ত আৰু ৩০ বিধ নৃত্যহস্তৰ লক্ষণৰ উল্লেখ আছে। শেষত হস্ত চিত্ৰাৱলী সন্নিবিষ্ট কৰা হৈছে। সম্পাদক ড° নেওগে ভূমিকাত কবি আৰু তেওঁৰ ৰচনা সম্পৰ্কে কিছু আলোচনা কৰিছে।



প্ৰকাশ ঃ ১৯৮০ চন মূল্য ঃ ২৫.০০ টকা পৃষ্ঠা ১-১৬৪

**দি আউতলুক অব্ নেফা**

সম্পাদনা ঃ পৰাগ চলিহা

**The Outlook of NEFA**

Edt. Parag Chaliha

উত্তৰ-পূব সীমান্তৰ অধিবাসীসকল আৰু তেওঁলোকৰ সংস্কৃতিৰ বৈশিষ্ট্য পুথিৰ বিভিন্ন প্ৰবন্ধৰ মাজেদি প্ৰকাশ পাইছে।

প্ৰকাশ ঃ ১৯৫৮ চন মূল্য ঃ ৪.৭৫ টকা (পকাবন্ধা) পৃষ্ঠা ১-১৩৪

**দি ৰিলিজিয়ন্ অব্ লভ্ এণ্ড ডেভচন্**

সম্পাদনা - ড° মহেশ্বৰ নেওগ

**The Religion of Love and Devotion**

Edt. Dr. Maheswar Neog

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই ভাৰতৰ ভক্তি আন্দোলন সন্দৰ্ভত লেখা চাৰিটা প্ৰবন্ধৰ সংকলন। ইয়াৰ প্ৰথম দুটা বেজবৰুৱাই বৰোদাত দিয়া বক্তৃতা। পৰিশিষ্টত প্ৰাসংগিক টোকা দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৬৮ চন মূল্য ঃ ৩.০০ টকা পৃষ্ঠা ১-৮০

**ডিচ্ ইজ্ আচাম**

সম্পাদনা ঃ বিশ্বনাৰায়ণ শাস্ত্ৰী আৰু প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য

**This is Assam**

Edt. B. N. Shastri & P. Bhattacharjya

অসম সম্বন্ধে ইংৰাজীত লিখা সচিত্ৰ পুথি। ইয়াত অসমৰ জাতি আৰু উপজাতি, অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতি সম্পৰ্কে কেবাটাও প্ৰবন্ধ আছে।

প্ৰকাশ ঃ ১৯৫৮ চন মূল্য ঃ ৩.৫০ টকা পৃষ্ঠা ১-৯২

**ট্ৰেডিচন্ এণ্ড ষ্টাইল্**

ড° মহেশ্বৰ নেওগ

**Tradition and Style**

Dr. Maheswar Neog

ড° নেওগৰ এই সংকলনত অসমীয়া সংস্কৃতি বিষয়ক পোন্ধৰটা ইংৰাজী প্ৰবন্ধ আছে।

প্ৰকাশ ঃ ১৯৮১ চন মূল্য ঃ ২৫.০০ টকা পৃষ্ঠা ১-১৬৮

**ষ্টাদিজ ইন্ দি বৈষ্ণৱ লিটাৰেচাৰ এণ্ড কালচাৰ অব্ আচাম্**

সম্পাদনা ঃ ড° সত্যেন্দ্ৰ নাথ শৰ্মা

**Studies in the Vaisnava Literature and Culture of Assam**

Edt. Dr. Satyendranath Sarma

কালিৰাম মেধিৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে তেওঁৰ ইংৰাজী প্ৰবন্ধৰ সংকলন। ইয়াত সাহিত্য-সংস্কৃতি বিষয়ক সাতোটা প্ৰবন্ধ আছে। ড° শৰ্মাই শেষত এটা প্ৰাসংগিক টোকাও সংযোগ কৰিছে।

প্ৰকাশ ঃ ১৯৭৮ চন মূল্য ঃ ২০.০০ টকা পৃষ্ঠা ১-১৩৯

**গণেশ গগৈ পাপৰি**

**অনুবাদ ঃ হেম বৰুৱা**

সম্পাদনা ঃ ড° সত্যেন্দ্ৰ নাথ শৰ্মা

**Gonesh Gogoi's Papori**

Terns- Hem Barua.

গণেশ গগৈৰ বিখ্যাত কবিতা পুথি "পাপৰি" হেম বৰুৱাই কৰা ইংৰাজী অনুবাদ।

প্ৰকাশ ঃ ১৯৯৮ চন মূল্য ঃ ৩০.০০ টকা পৃষ্ঠা ১৮-৩২



**A Few Aspects of Place Name Study With Special Reference to Assam**

Dr. Sarat Kumar Phukan

'ৰাজ মোহন নাথ স্মাৰক বক্তৃতা'ৰ গ্ৰন্থৰূপ এই গ্ৰন্থ। এখন ঠাইৰ নামে ঠাইখনৰ বিষয়ে এটা আভাস দিব পাৰে। ফুকনদেৱে একোখন ঠাইৰ নামৰ উৎপত্তি সম্পৰ্কে অতি বৈজ্ঞানসন্মতভাৱে ইয়াত আলোচনা কৰিছে।

প্ৰকাশ ঃ ২০০১ চন মূল্য ঃ ১০০.০০ টকা পৃষ্ঠাঃ ৯৮

**The Cultureal Heritage of North-East-India.**

Edt. Dr. Amal Rajkhowa.

'তিৰ্থৰাম বৰদলৈ স্মাৰক বক্তৃতা'ৰ গ্ৰন্থৰূপ। সন্নিবিষ্ট বক্তৃতা সমূহ হ'ল- Pro E. Nilakanta Singh'ৰ 'Art and Culture of North-East India with special Emphasis on Dance and Drama' Dr. Parul Dutta ৰ 'Ethno Culture Affinity for Socio Cultural Development with special Reference to North East India' Dr. Birendra Nath Dutta ৰ 'Flowse the meeting ground' Dr. Nabin Ch. Sarma ৰ 'Analytical study of fairy tales of North-East Region of India with special reference to Assam.'

প্ৰকাশ ঃ ২০০১ চন মূল্য ঃ ১০০.০০ টকা পৃষ্ঠাঃ ১৪৩

**Oral Song of Tribal Communities of Assam**

Dr. Nabin Ch. Sarma

অসমৰ বিভিন্ন জনজাতিৰ গীত-মাত, জনজাতি সকলৰ বিভিন্ন আচাৰ-নীতি, পৰম্পৰা সম্পৰ্কে গ্ৰন্থত আলোচনা কৰা হৈছে।

প্ৰথম প্ৰকাশ ঃ ২০০৬ চন মূল্য ঃ ১০০.০০ টকা পৃষ্ঠা ২৬২

**Voice of Assam**

Edts- Satish Chandra Choudhury

Harendra Kalita

সভাই আয়োজন কৰা 'মহা সন্মিলন'ত আলোচনা হোৱা বিষয়সমূহ,

দিল্লীত আয়োজন কৰা আলোচনাচক্রত উত্থাপন কৰিবলৈ কৰা ইংৰাজী অনুবাদ। ইয়াত সন্নিবিষ্ট প্ৰবন্ধসমূহ হ'ল- "Roots of Assam Movement"- Dr. Birendra Kumar Bhatachrya, "The Silent Invasion vs the Future of North East"- Hiranya Kumar Bhatachrya, "Migration and future of Assam"- Dr. S.S. Hajarika, "Culture and Development A Case Study of Assam"- Dr. Jyonta Madhab, "Preservation of Identity Constitutional Amendment A Must"- Pachu Gopal Barua, "Exploring ways is End the Extremist- Violence in Assam" - Jyoti Prasad Rajkhowa, "Population Explosion in Assam and its impact on Ethnic Composition." Nagendra Chandra Dutta, "Updating NRC : The Ghosts of IMDT looms large"- Geetartha Pathak, "Stabilization of Brahmaputra"- Inamul Islam, "Identity Crisis among the Tribes of Assam" - Dr. Basanta Kumar Doley, "Flood management in the Brahmaputra Valley" - Dweependra Nath Kalita, "The Current Problems of Assam : A Challenge" - Dr. Basanta Kumar Goswami, "The law and order situation in Assam and its solution" - Harekrishna Deka, "Ethnic Unity in Assam - Past, Present and Future" - Dr. Bhuban Mohan Das, "Looking back in anger Assam youth in the Throes of Cultured Chaos"- Dr. Dayanada Pathak, "Remedial Measures for solution of communal clash in Assam." Dr. Mangal Sing Hazowary, "Religious Tolerance in unity and integration of Assam"- Bhabani Prasad Adhikary, "Duel Citizenship and its Relevance" - Manoj Baruah, "Crisis of Identity and the way Ahead" - Dr. Krishna Gopal Bhattacharya, "Taking on the educated unemployed in Assam." - Amiya Sarma, "All effects of Insurgency Related strife on youth to-day" - Dr. Renu Devi, "Tax Dodging Technology Adverse Impact on Economic Development" - Mrinal Kanti Chakraborty, "Lack of Social Environment in Assam for incalculating Book Reading habit." - Surjya Hazarika, " "आतंक्वाद एवं समाधान्"- डा: वाई. एल. कर्ण।

প্ৰকাশ ঃ ২০০৮ চন মূল্য ঃ ২০০.০০ টকা পৃষ্ঠা ২৯২-১



# হিন্দী প্ৰকাশন

## অসম সাহিত্য সভা কা ইতিবৃত্ত

বাপচন্দ্ৰ মহন্ত

অসম সাহিত্য সভাৰ হীৰক জয়ন্তী উপলক্ষে প্ৰকাশিত। লেখকে অসম সাহিত্য সভাৰ জন্মৰে পৰা হীৰক জয়ন্তী বৰ্ষলৈকে সভাৰ সংগঠন আৰু ৰচনাত্মক কাম-কাজৰ কথা ছটা অধ্যায়ত আলোচনা কৰিছে।

প্ৰকাশ ঃ ১৯৭৬ চন মূল্য ঃ ৯.০০ টকা পৃষ্ঠা ১-১০৫

## আপকী অসমীয়া

পৰেশ চন্দ্ৰ দেৱশৰ্মা অনূদিত

ভাষা শিকা পুথি। হিন্দী-ভাষী লোকে অসমীয়া শিকাৰ উদ্দেশ্যে ড° মুকুন্দমাধৱ শৰ্মাই ইংৰাজীত লেখা অসমীয়া স্বয়ং শিক্ষক আচামিজ ফৰ্ অল্ অৰ হিন্দী অনুবাদ।

প্ৰকাশ ঃ ১৯৬৩ চন মূল্য ঃ ২.০০ টকা পৃষ্ঠা ১-১৩৭

## সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা

ৰোহিতেশ্বৰ শইকীয়া

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত। এই পুস্তিকাত বেজবৰুৱাৰ জীৱন আৰু সাহিত্য-কৰ্মৰ পৰিচয় দিয়া হৈছে।

প্ৰকাশ ঃ ১৯৬৮ চন মূল্য ঃ ০.৫০ টকা পৃষ্ঠা ১-২২

## জ্যোতি কী আলোক যাত্রা

সাবৰমল সাংগানেৰিয়া

জ্যোতিপ্ৰসাদ আগৰৱালাৰ জীৱনৰ ওপৰত আধাৰিত উপন্যাস। পুথিখন আগৰৱালাদেৱৰ জন্ম-জয়ন্তী উপলক্ষে প্ৰকাশিত।

প্ৰকাশ ঃ ২০০২ চন মূল্য ঃ ৫০.০০ টকা পৃষ্ঠা ঃ ১-১২৬

# বিশ্বকোষ

**বিশ্বকোষ**- প্ৰথম খণ্ড- বিজ্ঞান- ১

মুখ্য সম্পাদক ঃ দীনেশ চন্দ্ৰ গোস্বামী

বিশ্বকোষ প্ৰথম তিনিটা খণ্ড বিজ্ঞান বিষয়ক। বিজ্ঞান-১ ত 'জ্যোতি বিজ্ঞান আৰু মহাকাশ বিজ্ঞান', 'ভূগোল বিজ্ঞান আৰু ভূ-বিজ্ঞান', 'ভৌতিক বিজ্ঞান ঃ ৰসায়ন বিজ্ঞান আৰু পদাৰ্থ বিজ্ঞান' অন্তৰ্ভুক্ত হৈছে।

প্ৰথম প্ৰকাশ ঃ২০০২ চন মূল্য ঃ ১০০০.০০ টকা পৃষ্ঠা ৩২,৭৬০,৩০

দ্বিতীয় প্ৰকাশ ঃ ২০১১ চন মূল্য ঃ ১৫০০.০০ টকা পৃষ্ঠা ...............

**বিশ্বকোষ**- দ্বিতীয় খণ্ড- বিজ্ঞান - ২

মুখ্য সম্পাদক ঃ দীনেশ চন্দ্ৰ গোস্বামী

বিশ্বকোষ দ্বিতীয় খণ্ড- বিজ্ঞান-২ ত সন্নিবিষ্ট বিষয় সমূহ হ'ল- 'জীৱবিজ্ঞানঃ প্ৰাণী আৰু উদ্ভিদ বিজ্ঞান নৃ-বিজ্ঞান, পশুবিজ্ঞান আৰু কৃষি বিজ্ঞান সামৰি আৰু 'স্বাস্থ্য আৰু চিকিৎসা বিজ্ঞান (পৰিপুষ্টি বিজ্ঞান, গৃহ বিজ্ঞান আৰু মনোবিজ্ঞান সামৰি)

প্ৰথম প্ৰকাশ ঃ ২০০২ চন মূল্য ঃ ১০০০.০০ টকা পৃষ্ঠা ৩২,৬৪৪,৩১

দ্বিতীয় প্ৰকাশ ঃ ২০১১ চন মূল্য ঃ ১৫০০.০০ টকা পৃষ্ঠা ...............

**বিশ্বকোষ**- তৃতীয় খণ্ড- বিজ্ঞান- ৩

মুখ্য সম্পাদক ঃ দীনেশ চন্দ্ৰ গোস্বামী

বিশ্বকোষ-তৃতীয় খণ্ড-বিজ্ঞান-৩ সন্নিবিষ্ট বিষয় সমূহ হ'ল- 'গণিত বিজ্ঞান, পৰিসংখ্যা বিজ্ঞান', কম্পিউটাৰ বিজ্ঞান, 'অভিযান্ত্ৰিক বিজ্ঞান আৰু বিজ্ঞানৰ বিবিধ বিষয়'।

প্ৰথম প্ৰকাশ ঃ ২০০২ চন মূল্য ঃ ১০০০.০০ টকা পৃষ্ঠা ৩২,৭০০,৩০

দ্বিতীয় প্ৰকাশ ঃ ২০১১ চন মূল্য ঃ ১৫০০.০০ টকা পৃষ্ঠা ...............



**বিশ্বকোষ চতুৰ্থ খণ্ড- ভাৰতীয় সাহিত্য**

মুখ্য সম্পাদক ঃ যোগেন্দ্ৰ নাৰায়ণ ভূঞা

২০০০ চনলৈকে সময় নিৰ্ধাৰণ কৰি এই খণ্ড প্ৰস্তুত কৰা হৈছে। মুঠ ২০১৮ টা প্ৰবিষ্টি সন্নিবিষ্ট হৈছে। মুখ্য সম্পাদকৰ ভাষাত "ভাৰতীয় সাহিত্যৰ আভাস মাথোন ইয়াত দাঙি ধৰা হৈছে।" অসমীয়া ভাষাত প্ৰস্তুত কৰা বিশ্বকোষ বাবেই স্বাভাৱিকতে অসমীয়া ভাষা সাহিত্য বিষয়ক সংবাদে অধিক গুৰুত্ব লাভ কৰিছে।

প্ৰথম প্ৰকাশ ঃ ২০০৩ চন মূল্য ঃ ১০০০.০০ টকা পৃষ্ঠা ৩৫-১০৪৩

দ্বিতীয় প্ৰকাশ ঃ ২০১১ চন মূল্য ঃ ১৫০০.০০ টকা পৃষ্ঠা ..............

**বিশ্বকোষ পঞ্চম খণ্ড- বিশ্বসাহিত্য আৰু লোক সাহিত্য**

মুখ্য সম্পাদক ঃ ড° বীৰেন্দ্ৰ নাথ দত্ত

এই খণ্ডত বিশ্বসাহিত্য আৰু লোক-সাহিত্য দুয়োটা ক্ষেত্ৰ সামৰা হৈছে। বিশ্বসাহিত্য অভিধাটিয়ে বিশ্বৰ সকলো ভাষাৰ সাহিত্যৰ বাছকবনীয়া সম্ভাৰক সামৰিছে। লোক সাহিত্য অংশত লোক-সাহিত্য বিষয়ে সুকীয়াকৈ আলোচনা আগবঢ়োৱা হৈছে।

প্ৰথম প্ৰকাশ ঃ২০০৩ চন মূল্য ঃ ১০০০.০০টকা পৃষ্ঠাঃ ৫১-৫৪৭,৩৫৭

দ্বিতীয় প্ৰকাশ ঃ ২০১১ চন মূল্য ঃ ১৫০০.০০ টকা পৃষ্ঠা ..............

**বিশ্বকোষ ষষ্ঠ খণ্ড- ইতিহাস-** ১ (অ-ন)

মুখ্য সম্পাদক ঃ ৰাজেন শইকীয়া

বিশ্বকোষ ইতিহাস দুটা খণ্ডত প্ৰকাশ কৰিবলৈ লোৱা হৈছে- তাৰেই প্ৰথম খণ্ড ইতিহাস- ১। ইয়াত 'অ'ৰ পৰা 'ন'লৈ অন্তৰ্ভুক্ত কৰা হৈছে।

প্ৰথম প্ৰকাশ ঃ ২০০৫ চন মূল্য ঃ ২০০.০০ টকা পৃষ্ঠাঃ ৮৫৪

দ্বিতীয় প্ৰকাশ ঃ ২০১১ চন মূল্য ঃ ১৫০০.০০ টকা পৃষ্ঠা ..............

**বিশ্বকোষ- সপ্তম খণ্ড- ইতিহাস-** ২ (প-স)

মুখ্য সম্পাদক ঃ ৰাজেন শইকীয়া

বিশ্বকোষ ইতিহাস ষষ্ঠ আৰু সপ্তম দুটা খণ্ডত ভাগ কৰা হৈছে। সপ্তম খণ্ড বৰ্ণমালা 'প' ৰ পৰা 'য়' লৈ সামৰা হৈছে।

প্ৰথম প্ৰকাশ ঃ ২০০৭ চন মূল্য ঃ ২০০.০০ টকা

দ্বিতীয় প্ৰকাশ ঃ ২০১১ চন মূল্য ঃ ১৫০০.০০ টকা পৃষ্ঠা .............

**বিশ্বকোষ- অষ্টম খণ্ড- সমাজ আৰু সংস্কৃতি** (অ-ধ)

মুখ্য সম্পাদক ঃ ড° মহম্মদ তাহেৰ

'বিশ্বকোষ' সমাজ আৰু সংস্কৃতি দুটা খণ্ডত প্ৰকাশ কৰা হৈছে- প্ৰথম খণ্ড- অষ্টমত- 'অ' ৰ পৰা 'ধ' লৈ সামৰি লোৱা হৈছে।

প্ৰথম প্ৰকাশ ঃ ২০০৫ চন মূল্য ঃ ২০০.০০ টকা পৃষ্ঠা ৯২৯

দ্বিতীয় প্ৰকাশ ঃ ২০১১ চন মূল্য ঃ ১৫০০.০০ টকা পৃষ্ঠা ........

**বিশ্বকোষ- নবম খণ্ড সমাজ আৰু সংস্কৃতি** (ন-য়)

মুখ্য সম্পাদক ঃ ড° মহম্মদ তাহেৰ

'বিশ্বকোষ' সমাজ আৰু সংস্কৃতি দুটা খণ্ডত প্ৰকাশ কৰা হৈছে- ২য় খণ্ড- নবমত 'ন' ৰ পৰা 'য়' লৈ সামৰি লোৱা হৈছে।

প্ৰথম প্ৰকাশ ঃ ২০০৬ চন মূল্য ঃ ২০০.০০ টকা পৃষ্ঠা ৯১৩

দ্বিতীয় প্ৰকাশ ঃ ২০১১ চন মূল্য ঃ ১৫০০.০০ টকা পৃষ্ঠা .........

**বিশ্বকোষ- দশম খণ্ড - দৰ্শন**

**মুখ্য সম্পাদক ঃ ড° গিৰীশ শৰ্মা**

এই খণ্ডত দৰ্শনৰ ক্ষেত্ৰখন সামৰা হৈছে। বিশ্বদৰ্শনৰ মুঠ ৪৮৬ টা প্ৰবিষ্টি ইয়াত সন্নিৱিষ্ট হৈছে।

প্ৰথম প্ৰকাশ ঃ ২০০৯ চন মূল্য ঃ ৮০০.০০ টকা পৃষ্ঠা- ১-৭৯২

দ্বিতীয় প্ৰকাশ ঃ ২০১১ চন মূল্য ঃ ১৫০০.০০ টকা



# পৰিশিষ্ট ঃ

**অসম সাহিত্য সভাৰ হিতৈষী আৰু আজীৱন সভ্য-কোষ**

প্ৰমোদ কাকতি সম্পাদিত

অসম সাহিত্য সভাৰ হিতৈষী, পৰম হিতৈষী আৰু আজীৱন সভ্যৰ নাম ভৰ্তি প্ৰক্ৰিয়া আৰম্ভ হোৱাৰে পৰা এই গ্ৰন্থখন প্ৰস্তুত হোৱালৈ মুঠ ২ জন পৰম হিতৈষী ৩৬৪ জন হিতৈষী আৰু ৯১২৫ জন আজীৱন সভ্যৰ নাম, ঠিকনা, বয়স, বৃত্তি জিলা অনুসৰি এই পুথিত অন্তৰ্ভুক্ত কৰা হৈছে।

প্ৰকাশ ঃ ২০১০ চন মূল্য ঃ -৩৫০.০০ টকা পৃষ্ঠা- ১-১০০৩

**অসমীয়া গীতি-সাহিত্যত ৰূপৰেখা**

ড° সৰলা ভূঞা

অসমীয়া গীতি-সাহিত্যৰ ইতিহাসৰ বিশ্লেষণাত্মক গৱেষণামূলক সংকলন। এই পুথিখনত প্ৰস্তাৱনা অধ্যায়ৰ উপৰিও মুঠ ছয়টা অধ্যায়ত গীতি-সাহিত্যৰ বিভিন্ন দিশ সামৰা আছে। প্ৰস্তাৱনা অধ্যায়ত আছে গীত আৰু গীতি সাহিত্য। প্ৰথম অধ্যায়ত আছে অসমীয়া গীতি সাহিত্যৰ চমু ইতিহাস আৰু প্ৰকৃতি বিশ্লেষণ —১) চৰ্যাগীত ২) প্ৰাক্ শংকৰী যুগৰ গীত ৩) শংকৰী সাহিত্যৰ গীত ৪) শংকৰোত্তৰ যুগৰ গীত ৫) অৰুণোদই যুগৰ গীতি সাহিত্য ৬) জোনাকী আৰু উত্তৰ জোনাকী ৭) অসমীয়া গীতি সাহিত্যত লোকগীত, লোকগীতৰ বিষয়বস্তু, প্ৰেম বিৰহ। দ্বিতীয় অধ্যায়ত আছে জোনাকী যুগৰ গীতি সাহিত্যৰ পৰিচয়। তৃতীয় অধ্যায়ত আছে—জোনাকী যুগৰ গীতসমূহৰ বিষয়বস্তু। চতুৰ্থ অধ্যায়ত আছে— উত্তৰ জোনাকী যুগৰ গীতি সাহিত্য। পঞ্চম অধ্যায়ত আছে—জোনাকী আৰু উত্তৰ জোনাকী যুগৰ নাটৰ গীত। ষষ্ঠ অধ্যায়ত আছে—অসমীয়া গীতি- সাহিত্যৰ সাম্প্ৰতিক স্তৰ ১) পুৰুষোত্তম দাস ২) ডঃ ভূপেন হাজৰিকা ৩) ৰুদ্ৰ বৰুৱা ৪) কেশৱ মহন্ত, ৫) নিৰ্মলপ্ৰভা বৰদলৈ ৬) তফজ্জুল আলি ৭) ডঃ লক্ষহীৰা দাস ৮) আলি মুনন্নিছা পিয়াৰ ৯) গীতসমূহৰ ভাৱ-ভাষা আৰু শৈলীৰ নতুনত্ব,

সুৰ সঞ্চাৰৰ বৈচিত্ৰ্য, পাশ্চাত্য সংগীতৰ প্ৰভাৱ, অনাতাঁৰ, দূৰদৰ্শন, শ্ৰব্য কেছেট ইত্যাদি গীতি সাহিত্যৰ দিশ সামৰা আছে। গ্ৰন্থখনৰ শেষত উপসংহাৰ আৰু গ্ৰন্থপঞ্জী সংযোগ কৰা হৈছে।

প্ৰথম প্ৰকাশ ঃ ২০১১ চন মূল্য ঃ ২০০.০০ টকা পৃষ্ঠা-১-৩৪২

## কামৰূপীয় সংগীত

গ্ৰন্থকাৰ ঃ কীৰ্ত্তিনাথ শৰ্মা বৰদলৈ, সম্পাদনা ঃ কনকচন্দ্ৰ শৰ্মা

অসম সাহিত্য সভাৰ ১৯৩৭ চনত গুৱাহাটীত অনুষ্ঠিত হোৱা সপ্তদশ অধিৱেশনৰ সংগীত শাখাৰ সভাপতিৰূপে কীৰ্ত্তিনাথ শৰ্মা বৰদলৈয়ে পাঠ কৰা অভিভাষণৰ সম্প্ৰসাৰিত ৰূপ। (পুথিখন সভাই ১৯৩৮ চনত প্ৰকাশ কৰা পুস্তিকাখনৰ পুনৰ মুদ্ৰণ)। বৰদলৈদেৱে পুস্তিকাখনত প্ৰচলিত হৈ অহা সংগীতৰ দুটি ধাৰাৰ বিপৰীতে কামৰূপীয়া সংগীতক তৃতীয়টি ধাৰা হিচাপে দেখুৱাবলৈ কামৰূপীয় সভ্যতাৰ প্ৰাচীনত্ব, কামৰূপীয় সুৰৰ বিশেষত্ব, কামৰূপী সুৰ বিভাগ, কামৰূপীয় তাল আৰু নৃত্য, কামৰূপীয় বা অসমীয়া সংগীত নিবন্ধনৰ উপায় আদি কেতবোৰ গুৰুত্বপূৰ্ণ কথা নিজস্বভাৱে বিশ্লেষণ কৰিছে।

প্ৰথম প্ৰকাশ ঃ ১৯৩৮ চন

দ্বিতীয় প্ৰকাশ ঃ ২০১১ চন মূল্য ঃ ৩০.০০ টকা পৃষ্ঠা-১-৩২

## ৰংমিলি কাটাপ্লি

গ্ৰন্থকাৰ ঃ লুঞ্চে তিমুং

সম্পাদনা ঃ ৰংবং তেৰাং

তেৰাংদেৱৰ কাৰবি জন-জীৱনক লৈ লিখা অসমীয়া উপন্যাস ৰংমিলিৰ হাঁহিৰ কাৰবি অনুবাদ।

প্ৰকাশ ঃ ২০১০ চন মূল্যঃ ১.৩০ টকা পৃষ্ঠা ঃ ১-২২৪

## সাত ভাইৰ মনোবল ৰাইজৰ তপোবল হওক

সংকলক আৰু সম্পাদনা ঃ বিকাশজ্যোতি বৰুৱা

যশস্বী সাহিত্যিক প্ৰয়াত লুম্বেৰ দাইৰ মননশীল, সূক্ষ্ম পৰ্যবেক্ষণধৰ্মী আৰু



চিন্তাসমৃদ্ধ ওঠৰটি ৰচনাৰ সংকলন।

প্ৰকাশ ঃ ২০১০ চন মূল্য ঃ -১০০.০০ টকা পৃষ্ঠা- ১-১২৬

## হংসধ্বনি

সম্পাদক ঃ শ্বামীম আখ্‌টাৰ

অসম সাহিত্য সভাই পয়ত্ৰিশ বছৰৰ অনুৰ্ধ্বৰ উদীয়মান তৰুণ কবিসকলক (২০১০ খ্ৰীষ্টাব্দ) বাবে এক সুকীয়া মঞ্চ দিয়াৰ সিদ্ধান্ত গ্ৰহণ কৰিছিল। **হংসধ্বনি** প্ৰতিভাৱান পয়ত্ৰিশৰ তলৰ দুকুৰি সোতৰ গৰাকী নবীন কবিৰ তিনিকুৰি বাৰটা কবিতা লৈ প্ৰকাশ কৰা কাব্য সংকলন। সংকলনখনিৰ শেষত কবিসকলৰ চমু পৰিচিত সংযোগ কৰা হৈছে।

প্ৰকাশ ঃ ২০১১ চন মূল্য ঃ ১০০.০০ টকা পৃষ্ঠা-১-১১৬

## অসমৰ লোক-নাট্য আৰু অঙ্কীয়া ভাওনা

সম্পাদনা ঃ ড° অজিৎ শইকীয়া আৰু ড° সত্যকাম বৰঠাকুৰ

অসম সাহিত্য সভাই দুলীয়াজান সাহিত্য সভাৰ সহযোগত প্ৰথমবাৰৰ বাবে আয়োজন কৰা **অসমৰ পৰম্পাৰাগত ভাওনা সমাৰোহৰ** (দুলীয়াজান, ৭,৮ আৰু ৯ জানুৱাৰী,২০১০) লগত সংগতি ৰাখি প্ৰকাশ কৰা পুথি। শংকৰদেৱ সৃষ্ট অংকীয়া ভাওনাৰ লগত জড়িত উল্লেখযোগ্য দিশ কিছুমান আৰু এই নাট্যাদৰ্শ সৃষ্টিৰ বাবে সমল গ্ৰহণ কৰা বুলি অনুমান কৰা লোক-নাট্যানুষ্ঠানৰ তুলনামূলক অধ্যয়ন, বিশ্লেষণেৰে সমৃদ্ধ এক উৎকৃষ্ট সংকলন। বিষয়বস্তু অনুসৰি এই পুথিখনত সন্নিবিষ্ট প্ৰবন্ধসমূহ দুভাগত বিভক্ত কৰি প্ৰথম ভাগত দহটা আৰু দ্বিতীয় ভাগত আঠটা মুঠ ওঠৰটা প্ৰবন্ধৰে সজোৱা। ইয়াৰ প্ৰথম ভাগৰ প্ৰবন্ধ সম্ভাৰ হ'ল ঃ ড০ নগেন শইকীয়াৰ অঙ্কীয়া নাট আৰু ভাওনা ঃ এটি অৱলোকন, ড০ অজিৎ শইকীয়াৰ শ্ৰীমন্ত শঙ্কৰদেৱৰ অঙ্কীয়া ভাওনা, ড০ কৰবী ডেকা হাজৰিকাৰ ঝুমুৰাৰ স্ৰষ্টা মাধৱদেৱ, ড০ অৰ্পণা কোঁৱৰৰ অঙ্কীয়া নাটৰ ভাষা, ড০ প্ৰদীপজ্যোতি মহন্তৰ অঙ্কীয়া ভাওনা আৰু শংকৰদেৱৰ শিল্পী-ভাৱনা, ড০ শ্ৰীপ্ৰকাশ মহন্তৰ অসমীয়া ভাওনি অঙ্কীয়া ভাওনাৰ পৰিবেশন ৰীতি, শিৱ শৰ্মাৰ সাম্প্ৰতিক কালৰ অসমীয়া ভাওনা নাটৰ ভাষা, ড০ সত্যকাম বৰঠাকুৰৰ শঙ্কৰোত্তৰ অসমীয়া নাটক, ড০

বসন্ত কুমাৰ শৰ্মাৰ অঙ্কীয়া ভাওনাৰ জনপ্ৰিয়তা, ইছমাইল হোছেইনৰ অঙ্কীয়া ভাওনা আৰু অসমৰ মুছলমান সমাজ। দ্বিতীয় ভাগৰ প্ৰবন্ধ সম্ভাৰ ঃ কৰবী খেৰকটাৰী বড়োৰ অঙ্কীয়া ভাওনা আৰু অসমৰ লোকনাট্য ঃ এক তুলনামূলক আলোচনা, ড০ নবীন চন্দ্ৰ শৰ্মাৰ কথকতা-পৰম্পৰা আৰু ওজাপালি, ড০ পৰমানন্দ ৰাজবংশীৰ অসমৰ লোকনাট্য আৰু দৰঙী খুলীয়া ভাউৰীয়া, ৰেৱন চন্দ্ৰ নাথৰ দৰঙী ঢুলীয়া, ড০ দ্বিজেন্দ্ৰনাথ ভকতৰ কুশান গান, ড০ উপেন্দ্ৰজিৎ শৰ্মাৰ অবিভক্ত গোৱালপাৰা অঞ্চলৰ লোকনাট্য, চৈয়দা নচিফা ইচলাম ৰাজবংশীৰ পৰিবেশ্য কলা পুতলানাচ, মৃদুজ্যোতি কলিতাৰ সৰ্বভাৰতীয় প্ৰেক্ষাপটত অসমৰ মুখাশিল্প।

প্ৰকাশ ঃ ২০১০ চন মূল্য ঃ ১২০.০০ টকা পৃষ্ঠা ঃ ১-২০২

## সাধুৰ সহায়ত বিজ্ঞানৰ পৰিঘটনা

ড° মালিনী

ড° মালিনীৰ **অকণিহঁতলৈ সাধুৰ ছলেৰে বিজ্ঞান আৰু দৈনন্দিন জীৱনত বিজ্ঞান** ইতিপূৰ্বে প্ৰকাশিত এই দুখন পুথিৰ একত্ৰ প্ৰকাশ। গ্ৰন্থখনত আমাৰ দৈনন্দিন জীৱনত ব্যৱহৃত বস্তু, উপাদান, ৰাসায়নিক দ্ৰব্য, পদাৰ্থৰ ক্ৰিয়া-বিক্ৰিয়া, বিশ্বজগতৰ ভালেমান জীৱৰ আচৰণ আৰু প্ৰকৃতি জগতৰ কিছুমান উল্লেখযোগ্য বৈশিষ্ট্যৰ কথা কিশোৰ-কিশোৰী পাঠকে বুজিব পৰাকৈ অতি মনোমোহাকৈ লিখা আছে।

প্ৰকাশ ঃ ২০১০ চন মূল্যঃ ৫০.০০ টকা পৃষ্ঠা ঃ ১-৯৭

## পানী

কমিনাথ ডেকা

পানী সম্পৰ্কীয় সাধাৰণ জ্ঞানৰ পুথি। এই পুথিত ছাত্ৰ-ছাত্ৰীৰ উপযোগীকৈ পানীৰ ব্যৱহাৰ, বায়ুৰ পানী, ভূগৰ্ভস্থ পানী, নদীৰ পানী, বান-পানী, পানী আৰু ভূ-ত্বক, পানীৰ লোণ, চহৰৰ পানী, পানী পৰিস্কাৰৰ উপায়, উদ্যোগ, কৃষিকৰ্মত পানী, শক্তি উৎপাদনত পানী আদি পানীৰ কেতবোৰ গুৰুত্বপূৰ্ণ কথা লিপিবদ্ধ কৰা আছে।

প্ৰকাশ ঃ ২০১১ চন মূল্যঃ ৫০.০০ টকা পৃষ্ঠা ঃ ১-৬০



## অৰণ্যত কন্দল

ফণীধৰ পাঠক

অৰণ্যত কন্দল পাঠকৰ শিশু উপযোগী ৰূপকধৰ্মী সৰু পুথি। সামাজিক সমস্যাৰে জৰ্জৰিত অসমৰ বনজ সম্পদসমূহৰ দ্ৰুত অৱক্ষয়ৰ ভয়াবহ ছবি এখন এই পুথিৰ মাজেদি কৰুণভাৱে অংকন কৰা হৈছে।

প্ৰকাশ ঃ ২০১০ চন মূল্য ঃ ৩০.০০ টকা পৃষ্ঠা ঃ ১-৩৪

## নাটুং বাৰ্লোৰ পৃথিৱীখন

ইন্দ্ৰ প্ৰসাদ শইকীয়া

এখনি সুখপাঠ্য শিশু উপন্যাস। সহজ-সৰল শিশু মনত মানুহৰ প্ৰতি মৰম তথা প্ৰকৃতিৰ প্ৰতি শ্ৰদ্ধাশীল ভাব শিশু কিশোৰৰ কথা-বতৰা,কাম, চলন-ফুৰণৰ মাজেদি উপন্যাসখনত প্ৰকাশ পাইছে।

প্ৰকাশ ঃ ২০০৯ চন মূল্য ঃ -২৫.০০ টকা পৃষ্ঠা- ১-১৮

## ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত (ধীৰেন দত্ত)ৰ জীৱন আৰু কবিতা

সম্পাদনা ঃ পবিত্ৰ বৰবৰা, হেমেন চন্দ্ৰ হাজৰিকা আৰু গোপীকানন্দ শইকীয়া

অসম সাহিত্য সভাই (৮ অক্টোবৰ, ২০১০ খ্ৰীঃ) ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ জন্ম শতবৰ্ষ পূৰ্তি উপলক্ষে কবিজনাৰ জীৱন আৰু কবিতা শীৰ্ষক গ্ৰন্থ প্ৰকাশৰ সিদ্ধান্তৰ ফল। এই পুথিত কবিগৰাকীৰ সাতাইশটা কবিতাৰ লগতে তেওঁৰ জীৱন বিষয়ক কেইটিমান প্ৰবন্ধ সন্নিৱিষ্ট কৰা আছে।

প্ৰকাশ ঃ ২০১০ চন মূল্য ঃ ৫০.০০ টকা পৃষ্ঠা-১-৯৬

## প্ৰজন্ম

সম্পাদক ঃ অনুৰাধা শৰ্মা পূজাৰী

অসম সাহিত্য সভাই **নবীন লেখক-লেখিকাৰ প্ৰতিভা সন্ধানৰ** যি আঁচনি ৰূপায়ণ কৰিছিল সেই আঁচনিৰ ফলশ্ৰুতিতে এই পুথিখনৰ জন্ম। পুথিখনত নবীন

গল্পকাৰ অনুৰাধা গগৈৰ এটা ৰাতিৰ কবিতা, দেৱদাসী কণ্যকাৰ, দুখন হাতৰ কাহিনী; সঞ্জীৱ পল ডেকাৰ কাঁথিচেলেকা, বেৰ, অসুৰ; ধৰণী লাহনৰ বকুল, নিয়ত-প্ৰতিনিয়ত; গায়ত্ৰী দলেৰ এটা কাহিনীৰ শেষত, এখন গাঁৱৰ এটা প্ৰাচীন কাহিনী; বিদ্যুৰঞ্জন বৰাৰ নীলকণ্ঠ আৰু দৃশ্যান্তৰ নামৰ গল্প সন্নিৱিষ্ট কৰা হৈছে।

প্ৰকাশ ঃ ২০১০ চন মূল্য ঃ ৭০.০০ টকা পৃষ্ঠা ঃ ১-১৩৫

**অসমৰ জনজাতি আৰু সংস্কৃতি**

সম্পাদক ঃ ড° মলিনা দেৱী ৰাভা

অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ পাহাৰ ভৈয়ামৰ পঁচিছটা জনজাতি গোষ্ঠীৰ স্বকীয় সমাজ- সংস্কৃতি, ভাষা-সাহিত্য আৰু নিজস্ব বৈশিষ্ট্য সম্পৰ্কে গৱেষণামূলক প্ৰবন্ধ সংকলন। ইয়াৰ প্ৰবন্ধ সম্ভাৰ হ'ল—জনজাতিৰ সংকল্পনা, সংজ্ঞা আৰু অসমৰ জনজাতি (ড০ ইৰশ্বাদ আলি), অসমৰ জনজাতীয় নাৰী (টাবু ৰাম টাইড), বড়ো আৰু সংশ্লিষ্ট জনজাতি গোষ্ঠীসমূহ (ড০ অনিল বড়ো), মিচিং সমাজ আৰু সংস্কৃতি (ড০ বসন্ত কুমাৰ দলে), সোণোৱাল কছাৰী জনজাতি সমীক্ষাত্মক অধ্যয়ন (নিবেদিতা বড়া সন্দিকৈ), ৰাভা জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন (মণি ৰাভা), তিৱা জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন (জ্যোতিৰ্ময় বৰদলৈ), হাজং জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন (কানুৰাম হাজং), বড়ো জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন (ৰত্নেশ্বৰ বসুমতাৰী), খাম্‌তি জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন (চাও লোকেশ্বৰ গগৈ), কাৰবি জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন (মনালিছা ৰংপিপি), গাৰো জনজাতি ঃ সমাজ সংস্কৃতি (ড০ প্ৰণীতা দেৱী), টাই-খাময়াং জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন (ড০ বলীন সন্দিকৈ), চিংফৌ জনজাতি জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন (ৰুমী খালেন), টাইফাকে জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন (পেইম থি গোহাঁই), চাহ জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন (দেৱেন তাছা), টাই-টুৰুং জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন (ড০ বলীন সন্দিকৈ), হ্মাৰ জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন (এল চংথৌ হ্মাৰ), ডিমাছা জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন (বিশ্বজ্যোতি বৰ্মন), ৰাভা জনজাতি ঃ ভাষা সাহিত্য (লিপ্তি ৰাভা ৰংখ), কাৰবি জনজাতি ঃ সমাজ সংস্কৃতি (হাংমিজি হাঞ্চে), তিৱা জনজাতি ঃ সমাজ সংস্কৃতি (বলাই ৰাম সেনাপতি), ডিমাছা জনজাতি ঃ সমাজ সংস্কৃতি (কাশীৰাম নাবেনছা), হাজং জনজাতি ঃ সমাজ সংস্কৃতি (পৰেশ চন্দ্ৰ হাজং), অসমৰ সোণোৱাল কছাৰী ঃ ভাষা সংস্কৃতি (পাৰুল সোণোৱাল), চাহ জনজাতি ঃ সমাজ সংস্কৃতি (মনোমতী কুৰ্মী), মিচিং লোকসমাজ আৰু লোকগীত ঃ সমীক্ষাত্মক অধ্যয়ন (ড০ চাৰু চহৰীয়া নাথ), মেচ জনজাতিৰ সমাজ সংস্কৃতি (ড° উপেন ৰাভা হাকাচাম), তিব্বত বৰ্মীয় কোচ জনগোষ্ঠী ঃ সমীক্ষাত্মক অধ্যয়ন (ড° উপেন ৰাভা হাকাচাম), পাহাৰ ভৈমায়ৰ সংশ্লিষ্ট জনজাতিৰ সমাজ সংস্কৃতিৰ সংক্ষিপ্ত আলোকপাত (ড° মলিনা দেৱী ৰাভা), দেউৰী জনজাতি ঃ সমীক্ষাত্মক অধ্যয়ন (প্ৰবীন কুমাৰ দেউৰী)। শেষত লেখক পৰিচিতিৰ বিৱৰণ দিয়া আছে।



**কাৰ্বি জন-সংস্কৃতি**

সম্পাদক ঃ ৰংবং তেৰাং

কাৰ্বি ভাষা-সাহিত্য সংস্কৃতিৰ বিভিন্ন দিশ সামৰি এই পুথি প্ৰণয়ন কৰা হৈছে। ইয়াত মুঠ সাতাইশটা প্ৰবন্ধ সংকলিত হৈছে। আলোচ্য বিষয়সমূহ যজ্ঞোৰাম গগৈৰ কাৰ্বি জন-সংস্কৃতি, লংকাম টেৰণৰ কাৰ্বি সমাজৰ ৰীতি-নীতি আৰু সংগীত উৎপত্তিৰ ইতিবৃত্ত, যজ্ঞেশ্বৰ শৰ্মাৰ ছাবিন আলুন, বংলং তেৰাঙৰ কাৰবি বিবাহ-পদ্ধতিৰ উৎস, বলাই সেনাপতিৰ মিকিৰ ৰাজ্য ঃ ৰবপো ৰজা, দবেন গগৈৰ কাৰবি লোক-গীত, অৰুণ টেৰণৰ কাৰবি প্ৰণয়- গীত আৰু খোজৰ প্ৰতিচ্ছবি, ভৱানী কুমাৰ শৰ্মাৰ কাৰ্বি লোক-সাহিত্যৰ পোৱাল মণি, লোকেশ্বৰ গগৈৰ কাৰবি লোক-সংস্কৃতি ঃ অন্ত্যেষ্টিক্ৰিয়া, ড° বীৰেন্দ্ৰ নাথ দত্তৰ সংস্কৃতিৰ বৈচিত্ৰ্যৰ পটভূমিত কাৰ্বি লোক-সাহিত্যৰ সম্পদ, কেহাই বেৰ কাৰবি ফকৰা-যোজনা, ড০ গোপাল চন্দ্ৰ মেধিৰ কাৰ্বি সমাজৰ জিৰ কেদাম এটি চমু আলেখ্য, ড০ সদানন্দ বেজবৰুৱাৰ সৰল বিশ্বাসী কাৰ্বি জাতি, বুলন চন্দ্ৰ বৰদলৈৰ কাৰ্বি পৰম্পৰাগত বগুৰা বাহ, মেবেল তেৰাংপীৰ কাৰ্বি নাৰীৰ পোছাক আৰু প্ৰস্তুত প্ৰণালী, নগেন বৰাৰ একে বিবাহ ঃ একে গীত, ড০ ফুকন চন্দ্ৰ ফাংচৰ কাৰ্বি আংলং জিলাৰ ভৌগোলিক গঠন আৰু জনজীৱনৰ ওপৰত ইয়াৰ প্ৰভাৱ, বসন্ত দাসৰ কাৰ্বি সমাজৰ বাধা-নিষেধ, মহীধৰ ঠাকুৰীয়াৰ কাৰ্বি কিম্বদন্তি আৰু অপ্ৰচলিত খাদ্য, কেশৱ শৰ্মাৰ অসমীয়া সাহিত্যলৈ কাৰ্বি আংলঙৰ অৱদান, লক্ষেশ্বৰ শৰ্মাৰ কাৰ্বি নতুন পুৰুষৰ চিন্তাধাৰা, অজিৎ ত্ৰিমুণ্ডৰ কৃষ্টি-সংস্কৃতিৰ

প্ৰতি কাৰ্‌বিসকলৰ সচেতনতা, দ্বিজেন্দ্ৰ নাৰায়ণ গোস্বামীৰ কাৰ্‌বি লোক-সাহিত্যৰ দৃষ্টিপাত, ছাথীতেৰণপীৰ মোৰ দৃষ্টিত কাৰবি নাৰী, ছামছিং হাঞ্চেৰ কাৰ্‌বি ৰাজনীতি আৰু প্ৰশাসনিক ব্যৱস্থাৰ চমু আভাস, ছংবেৰ স্মৃতি লেখা, কুমুদ শৰ্মাৰ কেইগৰাকীমান কাৰ্‌বি কবি আৰু তেওঁলোকৰ অসমীয়া কবিতা।

প্ৰকাশ ঃ২০১০ চন মূল্য ঃ ১৭৫.০০ টকা পৃষ্ঠা ঃ ১-২১৩

**অসমৰ চাহ জনগোষ্ঠী ঃ জীৱন আৰু সংস্কৃতিৰ ৰূপৰেখা**

সম্পাদনা ঃ পৱিত্ৰ বৰবৰা আৰু দেবেন তাছা

চাহ জনগোষ্ঠীয় লোকৰ জীৱনৰ বিভিন্ন দিশ অধ্যয়ন কৰা পুথি। চাহ জনগোষ্ঠীয় বৰেণ্য সাহিত্যিকৰ পৰা আৰম্ভ কৰি তেওঁলোকৰ সমাজ সংস্কৃতি, সাহিত্য, অৰ্থনীতি, শিক্ষা আদি সকলো সামৰি মুঠ পঁইত্ৰিশটা প্ৰবন্ধৰ সংকলন।

প্ৰকাশ ঃ ২০১০ চন মূল্য ঃ ১১০.০০ টকা পৃষ্ঠা ঃ ১-৩৩০

**দি কথা ভাগৱত অব্ পুণিয়া সত্ৰ**

ড° নৰেন কলিতা সম্পাদিত

The katha Bhagavata of puniya Satra

Edt. Dr. Naren Kalita

এই পুথিখনত যোৰহাট চহৰৰ পৰা দহ কিলোমিটাৰ নিলগত অৱস্থিত ঐতিহ্যশালী পুণিয়া সত্ৰত সংৰক্ষিত ৩৩ খন পুথিচিত্ৰৰ যথোচিত বিৱৰণ আৰু বাখ্যা দিয়া আছে।

প্ৰকাশ ঃ ২০১০ চন মূল্য ঃ -৫০.০০ টকা পৃষ্ঠা- ১-৪৩

**অসম লেখক-কোষ (প্ৰথম খণ্ড) (প্ৰাচীন খণ্ড)**

সম্পাদক ঃ পৱন কুমাৰ বৰুৱা

অসম সাহিত্য সভাই বিজ্ঞানসন্মতভাৱে অসমীয়া সাহিত্যৰ বুৰঞ্জী প্ৰণয়ন কৰিব পৰাকৈ অসম লেখক-কোষৰ পাঁচটা খণ্ডত প্ৰকাশ কৰিছে। এই পাঁচোটা খণ্ডত চৰ্যাপদৰ পৰা আৰম্ভ কৰি ২০০০ চনলৈকে জন্মগ্ৰহণ কৰা সাহিত্য সাধকসকলৰ জীৱন আৰু সৃষ্টিকৰ্মৰ বিৱৰণ দিয়া আছে। লেখক-কোষত প্ৰথম খণ্ডত চৰ্যাপদৰ সময়ৰ পৰা আৰম্ভ কৰি ১৮১২ খ্ৰীষ্টীয় চনলৈ জন্মগ্ৰহণ কৰা



সাহিত্যিক সকলৰ চমু জীৱনপঞ্জী আৰু সাহিত্যকৃতিৰ বিৱৰণ দিয়া আছে।

প্ৰকাশ ঃ ২০১২ চন মূল্য ঃ ০০.০০ টকা পৃষ্ঠা-..........

**অসম লেখক-কোষ** (দ্বিতীয় খণ্ড) (আধুনিক ভাগ)

(আদি বৃটিছ যুগ, অৰুণোদই আৰু প্ৰাক্‌জোনাকী যুগ)

সম্পাদক ঃ কনক চন্দ্ৰ শৰ্মা

এই খণ্ডত বৃটিছ যুগৰ আগৰ পৰা (১৮১৩ খ্ৰীষ্টাব্দৰ পৰা) আৰম্ভ কৰি অৰুণোদয় স্তৰ, প্ৰাক্-জোনাকী যুগ অৰ্থাৎ সমগ্ৰ উনবিংশ শতিকাটোৰ (১৯০০ খ্ৰী.লৈকে) লেখকসকলৰ সৃষ্টিৰাজি আৰু চমু পৰিচিতিৰ বিষয়ে উল্লেখ আছে।

প্ৰকাশ ঃ ২০১২ চন মূল্য ঃ ০.০০ টকা পৃষ্ঠা-০

**অসম লেখক-কোষ** (তৃতীয় খণ্ড) (বেজবৰুৱা, জোনাকী-আৱাহন যুগ)

সম্পাদক ঃ ড° নমিতা ডেকা

এই খণ্ডত ১৮৬০ খ্ৰীষ্টাব্দৰ পৰা ১৯২০ খ্ৰীষ্টাব্দৰ ভিতৰত জন্মগ্ৰহণ কৰা লেখকসকলক অন্তৰ্ভুক্ত কৰা হৈছে। লগতে আন কেইটি খণ্ডৰ দৰে লেখকসকলৰ পৰিচিতি প্ৰদান কৰা হৈছে।

প্ৰকাশ ঃ ২০১২ চন মূল্য ঃ ০ টকা পৃষ্ঠা-০

**অসম লেখক-কোষ** (চতুৰ্থ খণ্ড) (আধুনিক ভাগ) (যুদ্ধোত্তৰ-স্বৰাজোত্তৰ যুগ)

যুটীয়া সম্পাদক ঃ ড° ইব্ৰাত আলী, দৰ্পণা বৰা নেওগ

এই খণ্ডত ১৯২০ খ্ৰীষ্টাব্দৰ পৰা ১৯৫০ খ্ৰীষ্টাব্দৰ ভিতৰত জন্মলাভ কৰা লেখকসকলৰ নাতি-দীৰ্ঘ পৰিচিতি আৰু সাহিত্যকৃতি তিনিটা অধ্যায়ত দাঙি ধৰা আছে। প্ৰথম অধ্যায়ত (১৯২০-১৯৩০), দ্বিতীয় অধ্যায়ত (১৯৩১-১৯৪০) আৰু তৃতীয় অধ্যায়ত (১৯৪১-১৯৫০) লেখকসকলৰ বিষয়ে আছে। গ্ৰন্থখনৰ শেষত প্ৰসংগৰ তাৎক্ষণিকতা প্ৰাপ্তিৰ বাবে নিৰ্ঘণ্ট সংযোগ কৰা আছে।

প্ৰকাশ ঃ ২০১২ চন মূল্য ঃ ০ টকা পৃষ্ঠা-০

**অসম লেখক কোষ (পঞ্চম খণ্ড) (আধুনিক ভাগ) (সাম্প্ৰতিক যুগ)**

সম্পাদক ঃ ড° পৰমানন্দ ৰাজবংশী

এই খণ্ডটিত ১৯৫১ খ্ৰীষ্টাব্দৰ পৰা ২০০০ খ্ৰীষ্টাব্দলৈকে জন্মলাভ কৰা লেখক-লেখিকাৰ পৰিচিতি আৰু ৰচনাৰাজি পাচোঁটা অধ্যায়ত অন্তৰ্ভুক্ত কৰা হৈছে। প্ৰথম অধ্যায় (১৯৫১-৬০), দ্বিতীয় অধ্যায় (১৯৬১-৭০), তৃতীয় অধ্যায় (১৯৭১-৮০), চতুৰ্থ অধ্যায় (১৯৮১-৯০), পঞ্চম অধ্যায় (১৯৯১-২০০০) লেখক সকলৰ সৃষ্টিৰাজি আৰু পৰিচিতি ভাগ কৰা আছে। অৱতৰনিকাত সাহিত্যৰ অন্যতম বিভাগ কবিতা, চুটিগল্প, উপন্যাস, গদ্য, নাটক সম্পৰ্কে থূলমূল আভাস দিয়া আছে। পৰিশিষ্টত অসমীয়া সাহিত্যৰ কেইটামান এৰা লপৰলীয়া ধাৰা — হাস্যব্যংগ সাহিত্য, গীতি সাহিত্য, ৰহস্য উদঘাটক সাহিত্য, বিজ্ঞান সাহিত্য; জনগোষ্ঠীয় সাহিত্য যেনে - বড়ো, ৰাভা, কাৰ্বি, মিচিং, ডিমাচা সাহিত্য, বিবিধা সাহিত্যত আছে—অসমীয়া সাহিত্যৰ মহিলা লেখিকা বিভিন্ন জিলাৰ লেখকসকল, অসমীয়া সাহিত্যলৈ অৱদান আগবঢ়োৱা নেপালী লেখকসকল, অসমীয়া সাহিত্যলৈ অৱদান আগবঢ়োৱা চৰ-চাপৰিবাসী লেখকসকল ১৯৫১ খ্ৰীষ্টাব্দৰ পৰা বৰ্তমানলৈ প্ৰকাশিত বাতৰিকাকত-আলোচনী আদি বিষয়বোৰৰ আভাস এই খণ্ডত দিয়া আছে। শেষত নিৰ্ঘণ্ট, গ্ৰন্থপঞ্জী আৰু সংযোজনা সংযোগ কৰা আছে।

প্ৰথম প্ৰকাশ ঃ ২০১১ চন মূল্য ঃ ২০০ টকা পৃষ্ঠা—১-৫৩০

**মৰাণ সমাজ সংস্কৃতিৰ ৰূপৰেখা**

সম্পাদক ঃ সুগীধৰ দহোটীয়া, মোহন মৰাণ

এই গ্ৰন্থই মৰাণ জনগোষ্ঠীৰ ইতিহাস, কৃষ্টি-সংস্কৃতি, সামাজিক লোকাচাৰ, ধৰ্ম, পৰম্পৰা, ভাষা, লোক-সাহিত্যকে আদি কৰি সকলো দিশ সন্নিবিষ্ট কৰিছে। মৰাণসকল অসমৰ অন্যতম প্ৰাচীন জনগোষ্ঠী কিন্তু ইতিহাসে ঢুকি পোৱা সময়ৰ ভিতৰৰ কালানুক্ৰমিক সামাজিক তথ্যৰ বিবৰণ পাবলৈ নাই। এই গ্ৰন্থই মৰাণসকলৰ বিষেয়ে সম্যক ধাৰণা গ্ৰহণ কৰাত সহায় কৰিব।

প্ৰকাশ ঃ ২০১০ চন মূল্য ঃ ১৫০.০০ টকা পৃষ্ঠা ঃ ৮-২৯১



**জনজাতীয় চৰ্চা (খণ্ড ১, সংখ্যা ১-২)**

সম্পাদনা ঃ ভাস্কৰজ্যোতি গোস্বামী

বাৰ্ষিক জনজাতীয় গৱেষণা পত্ৰিকা। পুথিখনত জনজাতীয় গৱেষণাক এক নতুন মাত্ৰা দিয়াৰ প্ৰয়াস কৰা হৈছে।

প্ৰকাশ ঃ ২০১১ চন মূল্য ঃ ১০০.০০ টকা পৃষ্ঠা ঃ ১-২৪৮

**অসমীয়া ফকৰা যোজনা আৰু জতুৱা ঠাঁচৰ অৰ্থকোষ**

ভাৰত চন্দ্ৰ নাথ

এই গ্ৰন্থত অসমীয়া লোক সাহিত্যৰ বহল পথাৰখনত পৰম্পৰাগতভাৱে প্ৰচলিত হৈ অহা অসমীয়া ফকৰা যোজনা আৰু জতুৱা ঠাঁচসমূহৰ অৰ্থ প্ৰকাশ কৰা হৈছে। গ্ৰন্থখন দুটা খণ্ডত বিভক্ত। প্ৰথম খণ্ডত ১৩২২ টা ফকৰা যোজনা আৰু দ্বিতীয় খণ্ডত ৮৭৫ টা জতুৱা ঠাঁচৰ অৰ্থ সন্নিবিষ্ট কৰা হৈছে।

প্ৰকাশ ঃ ২০১২ চন মূল্য ঃ ০০.০০ টকা পৃষ্ঠা ঃ .......

**দৰঙৰ লোক সাহিত্য সমীক্ষা**

মুখ্য সম্পাদক ঃ ড° পৰমানন্দ ৰাজবংশী

সম্পাদক ঃ শৈলেন কুমাৰ ৰাজবংশী

এই পুথিত দৰঙৰ লোক সাহিত্য সম্পৰ্কীয় গৱেষণামূলক সৰ্বমুঠ চাব্বিশটা প্ৰবন্ধ সন্নিবিষ্ট কৰাৰ উপৰিও শেষৰ প্ৰবন্ধ দুটাত ক্ৰমে দেওমৰনৈ আৰু দেওমৰনৈ সাহিত্য সভা আৰু লেখক-পৰিচিতি উল্লেখ কৰা আছে। সন্নিবিষ্ট প্ৰবন্ধসমূহ ঃ (১) ড° নবীন চন্দ্ৰ শৰ্মাৰ 'লোক সাহিত্য ঃ তত্ত্ব ঃ শ্ৰেণী বিভাজন', (২) ড° বিজয় কুমাৰ শৰ্মাৰ 'দৰঙৰ ভৌগোলিক স্থিতি, মানুহ আৰু লোক সাহিত্য', (৩) ড° গিৰীশ চন্দ্ৰ গোস্বামীৰ 'দৰঙৰ জনগাঁথনি', (৪) ড°কনক চন্দ্ৰ চহৰীয়াৰ 'দৰঙৰ লোক সাহিত্যঃ এটি অধ্যয়ন', (৫) মুকুল কুমাৰ চহৰীয়াৰ 'লোক সাহিত্য আৰু ভাষা', (৬ ) ধীৰেশ্বৰ বৰ' নাৰ্জিৰ 'দৰঙী বৰ' জনগোষ্ঠী আৰু লোক সাহিত্য', (৭ ) ড° জীৱন চন্দ্ৰ পাঠকৰ 'দৰঙী উপভাষাৰ ক্ৰমবিকাশ ইয়াৰ বৈশিষ্ট্য আৰু শব্দ ভাণ্ডাৰ', (৮ ) কমিনাথ ডেকা 'দৰঙৰ সাঁথৰ', (৯ ) হৰেন ডেকাৰ 'দৰঙৰ লোক

সাহিত্য আৰু বৰ্‌ঢুলীয়াৰ গীত', (১০) ড° ৰামচন্দ্ৰ ডেকাৰ 'দৰঙীৰ বৈশিষ্ট্যপূৰ্ণ লোক পৰিবেশ্য কলা ঃ চেওচাপৰি নাম', (১১) অনিতা দেৱীৰ 'দৰঙৰ আই নাম আৰু বিয়ানামৰ কাব্যিক বৈশিষ্ট্য', (১২) অখিল ৰঞ্জন ভট্টৰ 'দৰঙৰ লোক কাব্য ঃ এটি দৃষ্টিপাত', (১৩) জিতেন হাজৰিকাৰ 'মন্ত্ৰ পৰম্পৰা আৰু দৰং', (১৪) ঘটেশ্বৰ বৰুৱাৰ 'ফকৰা যোজনা ঃ দৰঙৰ বিশেষ উল্লিখন সহ', (১৫) খাইৰুল হুছেইনৰ 'চৰ-চাপৰিৰ শিক্ষা আৰু সংস্কৃতি', (১৬) বলবাহাদুৰ ছেত্ৰীৰ 'নেপালী জনগোষ্ঠী আৰু লোক সাহিত্য', (১৭) চহিৰুদ্দিন আলি আহমেদৰ 'মুছলমান সমাজৰ পৰম্পৰাগত গীত-মাতৰ ৰেঙণি', (১৮) লক্ষ্মীনাৰায়ণ কোঁৱৰৰ 'দৰঙৰ লোক সংস্কৃতিৰ আঁচুফুল', (১৯) ইন্দ্ৰেশ্বৰ শৰ্মাৰ 'ডাকৰ বচন আৰু দৰং', (২০) কৰুণাকান্ত ভগৱতীৰ 'খুলীয়া ভাউৰীয়াৰ গীত', (২১) 'শশীধৰ নাথৰ 'দৰঙৰ খেল-ধেমালিৰ গীত', (২২) শাশ্বতী শৰ্মাৰ 'দৰঙৰ গাৰো জনগোষ্ঠী আৰু লোক সাহিত্য', (২৩) বিনন্দ কুমাৰ ডেকাৰ 'দৰঙৰ লোক সাহিত্য আৰু ঢেপাঢুলীয়া', (২৪) ৰেৱণ চন্দ্ৰ নাথৰ দৰঙৰ চিয়াগীতৰ সাহিত্য বিচাৰ', (২৫) ড° প্ৰসন্ন কুমাৰ নাথৰ 'দৰঙৰ লোক কাব্য দলিপুৰাণত পথৰুঘাটৰ ৰণ', (২৬) ইদ্ৰিছ আলিৰ 'লোকগীতৰ সৈতে আধুনিক অসমীয়া গীতৰ সম্পৰ্ক'।

প্ৰকাশ ঃ ২০১২ চন মূল্য ঃ ১৫০.০০ পৃষ্ঠা ঃ ১-১৫৩

## এশ বছৰৰ অসমীয়া কবিতাত ৰোমাণ্টিক ধাৰা

ড° নমিতা ডেকা

অসমীয়া কবিতাৰ এশ বছৰৰ ইতিহাসক এই পুথিত সন্নিবিষ্ট কৰা হৈছে। বিষয়সূচীত প্ৰাক্ কথা, পৰিৱৰ্তনৰ ঢৌ, নতুন ধাৰাৰ আগমন, সাময়িক গতি আৰু প্ৰকৃতি আৰু প্ৰত্যাশাৰ স্বৰূপ এই পাঁচটা বিষয় অন্তৰ্ভুক্ত কৰা আছে। গ্ৰন্থখনিৰ মাজেৰে অসমীয়া কবিতাৰ ৰোমাণ্টিক ধাৰাৰ ক্ষেত্ৰত বিশেষ গুৰুত্ব প্ৰদান কৰা হৈছে।

প্ৰকাশ ঃ ২০১২ চন মূল্য ঃ ............০০ টকা পৃষ্ঠা ঃ .....



## হাঁহৰ পাখিৰ কক্

শৰ্মিষ্ঠা দেৱী

কৈশোৰ অৱস্থাত শৈক্ষিক জীৱনত খেল-ধেমালি যে বাধাৰ মাধ্যম নহৈ প্ৰেৰণাৰ দলিচা হ'ব পাৰে সেই কথাখিনিয়ে কিশোৰ-কিশোৰীয়ে উপলব্ধি কৰিব পৰাকৈ এই উপন্যাসখনৰ মাজেৰে প্ৰকাশ কৰিছে।

প্ৰকাশ ঃ ২০১২ চন মূল্য ঃ ৮০.০০ টকা পৃষ্ঠা ঃ -১-১১২

## স্নেহবন্ধন

ৰুমী লস্কৰ বৰা

এইখন এখন শিশু উপযোগী সৰু পুথি। পুথিখনৰ মাজেদি লেখিকাই বিশ্বজগতৰ মানুহ আৰু স্বকীয় বৈশিষ্ট্যৰে সুকীয়া অস্তিত্ব থকা প্ৰাণীয়ে মানৱ জাতিৰ সংস্পৰ্শত মানৱৰ আবেগ-অনুভূতি, মাত-কথা সিহঁতেও যে বুজিব পাৰে, সেই কথা সিহঁতৰ স্বভাৱজাত আচাৰ-আচৰণেৰে প্ৰকাশ কৰি মানুহৰ স্নেহ আদায় কৰে সেই কথাকেই প্ৰকাশ কৰিছে।

প্ৰকাশ ঃ ২০১২ চন মূল্য ঃ ৬০.০০ টকা পৃষ্ঠা ঃ ১-৭১

## আন্দমানৰ 'বনমানুহ' ঃ এন্‌মেই

ৰীতামণি ফুকন গগৈ

আন্দামানৰ এটি কিশোৰৰ জীৱনৰ বাস্তৱ ঘটনাৰ আলম লৈ চেমনীয়াসকলৰ উপযোগীকৈ লিখা এখনি সম্পূৰ্ণ কাল্পনিক উপন্যাস।

প্ৰকাশ ঃ ২০১২ চন মূল্য ঃ ৭০.০০ টকা পৃষ্ঠা ঃ ১-৮৮

## সেউজীয়া উপত্যকাৰ কথা

ননী মজুমদাৰ

সংঘাতপূৰ্ণ সামাজিক জীৱন আৰু পৰিৱেশক লৈ লিখা এখন শিশু উপযোগী উপন্যাস।

প্ৰকাশ ঃ ২০১২ চন মূল্য ঃ ৭০.০০ টকা পৃষ্ঠা ঃ ১-৮৪

## ভাৰতীয় সংগীতৰ দৰ্শন ৰস আৰু তত্ত্ব

স্বৰ্গীয় সুশীল কুমাৰ ৰায়

ভাৰতীয় সংগীত শাস্ত্ৰত প্ৰকাশ পোৱা দৰ্শন, ৰস আৰু তত্ত্বৰ বিষয়ে গৱেষণামূলকভাৱে প্ৰস্তুত কৰা পুথি। পুথিখনত প্ৰকাশ পোৱা বিষয়সমূহ ঃ (১) সংগীত কলা, (২) গন্ধৰ্ব আৰু সংগীত, (৩) সংগীত কলাৰ উৎপত্তি, (৪) সংগীত আৰু অভিব্যঞ্জনা, (৫) ভাৰতীয় সংগীতত দাৰ্শনিকতা, (৬) স্বৰোৎপাদন আৰু নাদৰ গুণ ধৰ্ম, (৭) ৰাগ-ৰসত ছন্দৰ স্থান, (৮) সংগীতত কল্পনাৰ স্থান, (৯) আমীৰ খুসৰো আৰু ভাৰতীয় সংগীত, (১০) চেতাৰৰ আৱিস্কাৰ-ইতিহাস আৰু বিকাশ প্ৰসঙ্গ, (১১) ৰসবত্তা সংগীত কলাৰ ধেয়, (১২) লিংগপুৰাণত সংগীতৰ উপাদান, (১৩) সংগীত শিক্ষাৰ পৃষ্ঠভূমি, (১৪) প্ৰাচীন ভাৰতীয় সংগীত, (১৫) ভাৰতীয় নৃত্যৰ অমূল্য পৰম্পৰা, (১৬) ভাৰতীয় নৃত্য নাট্য, (১৭) অগ্নিপুৰাণত সংগীতিক ছন্দ পদ আৰু নৃত্ত, (১৮) ভাৰতীয় সংগীতৰ বৈশিষ্ট্য, (১৯) ভাৰতীয় সংগীতৰ আদৰ্শ, (২০) ভাৰতীয় সংগীতৰ ঃ এটি পৰ্যালোচনা, (২১) মধ্যযুগৰ হিন্দুস্থানী সংগীত, (২২) বৈজ্ঞানিক দৃষ্টিত ৰাগ-সংগীত, (২৩) ভাৰতীয় সংগীত শাস্ত্ৰত দাৰ্শনিক তত্ত্ব, (২৪) সংগীতাত্মক আধ্যাত্মিক চেতনা, (২৫) উত্তৰ ভাৰতীয় সংগীতত সৌন্দৰ্য আৰু আদৰ্শ, (২৬) লোকসংগীত তথা শাস্ত্ৰীয় সংগীত, (২৭) সুগম সংগীত, (২৮) মন আৰু সংগীত, (২৯) সংগীত আৰু ভাষা, (৩০) স্বৰ-সৌন্দৰ্য, (৩১) ঠুমৰী গীতৰ ভাষা, (৩২) বন্দিশ আৰু ইয়াৰ মহত্ত্ব, (৩৩) সংগীত বিজ্ঞান, (৩৪) খেয়াল আৰু ইয়াৰ বিকাশ ধাৰা, (৩৫) ৰস সৃষ্টিত সংগীতৰ আলাপ আৰু তালৰ ভূমিকা, (৩৬) সংগীতত সৌন্দৰ্যবোধ।

প্ৰকাশ ঃ ২০১২ চন মূল্য ঃ ........০০ টকা পৃষ্ঠা ঃ ....

## অসমীয়া কবিতাৰ সমালোচনা

ড° আনন্দ বৰমুদৈ

অসমীয়া কবিতাৰ সমালোচনাত্মক সংকলন যদিও পুথিখনৰ মাজত কাব্যতত্ত্বৰ প্ৰাসংগিক আলোচনাও সন্নিবিষ্ট কৰা হৈছে। পুথিখনত কেইবাগৰাকীও আগশাৰীৰ অসমীয়া কবিৰ কবিতাৰ সামগ্ৰিক বিচাৰ কৰাৰ লগতে উত্তৰ স্বাধীনতা যুগৰ কবিৰ কবিতাৰ গতি প্ৰকৃতি নিৰ্ণয় আদি আলোচনা আগবঢ়োৱা হৈছে। আলোচিত বিষয়সমূহ এনেধৰণৰ ঃ (১) কবি, কবিতা আৰু সমালোচনা, (২) লিৰিকেল বেলাডৰ পাতনি ঃ ৱৰ্ডচ্ৱৰ্থৰ কাব্যচিন্তা, (৩) শতপত্ৰ ঃ এখন বিশেষ কবিতা সংগ্ৰহ, (৪) উত্তৰ স্বাধীনতা যুগৰ অসমীয়া কবিতা, (৫) আধুনিক অসমীয়া কবিতাত চিত্ৰকল্পবাদ আৰু প্ৰতীকবাদ (৬) উত্তৰ ৰামধেনু যুগৰ কবিতা, (৭) কবি শংকৰদেৱ, (৮)শংকৰদেৱৰ কাব্যত এটি বিশেষ গুণ (৯) জ্যোতিপ্ৰসাদৰ কবিতাত কাব্যচিন্তা, (১০) ৰঘুনাথ চৌধাৰীৰ কবিতাত দেহজ প্ৰেমৰ অনুষংগ, (১১) অমূল্য বৰুৱা আৰু ত্ৰিশৰ দশকৰ ইংৰাজী বামপন্থী কবিতা, (১২) বিনন্দচন্দ্ৰ বৰুৱাৰ কবিতা, (১৩) চৈয়দ আব্দুল মালিকৰ কবিতা, (১৪) ডঃ নেওগৰ কবিতা ঃ ৰক্তকমল, (১৫) এটা দলঙৰ কবিতা, (১৬) আধুনিক অসমীয়া কবিতালৈ নিৰ্মলপ্ৰভা বৰদলৈৰ অৱদান, (১৭) নীলমণি ফুকনৰ কবিতাত চিত্ৰকল্প আৰু প্ৰতীক ব্যঞ্জনা, (১৮) নীলমণি ফুনৰ কবিতা, (১৯) ৰ'দৰ গানৰ কবি ৰবীন্দ্ৰ বৰাৰ কবিতা, (২০) হীৰেন্দ্ৰনাথ দত্তৰ কবিতা , (২১) ড° কবীন ফুকনৰ অসমীয়া কবিতাৰ প্ৰবাহ, (২২) সাম্প্ৰতিক নতুন কবিৰ কবিতা ঃ ৰোমাণ্টিচিজমৰ দ্বিতীয় জোৱাৰ, (২৩) শিশু সাহিত্য আৰু গগনচন্দ্ৰ অধিকাৰীৰ কবিতা, (২৪) তৰুণ-তৰুণীৰ কবিতাত সমাজ চেতনা, (২৫) কেই গৰাকীমান সাম্প্ৰতিক কবি, (২৬) কেইগৰাকীমান তৰুণ কবিৰ কবিতা, (২৭) কেইগৰাকীমান নতুন কবি আৰু কবিতা, (২৮) সাম্প্ৰতিক নতুন কবি আৰু কবিতাৰ গতি-প্ৰকৃতি, (২৯) হেমাংগ দত্তৰ কবিতা ঃ অৰ্থ-ব্যঞ্জনা সম্ভাৱনাৰ সমাহাৰ, (৩০) বিহু আৰু আধুনিক অসমীয়া কবিতা, (৩১) এটা কবিতাৰ বিহু বিচাৰ, (৩২) অসমীয়া ৰোমাণ্টিক কবিৰ দৃষ্টিত শৰত, (৩৩) অঞ্চলভিত্তিক সাহিত্য চৰ্চা ঃ দুটামান নমুনা, (৩৪) দহখন বাছকবনীয়া গ্ৰন্থ ( ২০০৩-০৪ আৰু ২০০৪-০৫)

প্ৰকাশ ঃ ২০১২ চন মূল্য ঃ ........০০ টকা পৃষ্ঠা ঃ ১-..........



## নিৰ্বাচিত প্ৰবন্ধ সংকলন

মূল ঃ জানকী বল্লভ পাটনায়ক

অনুবাদঃ ড° জ্যোৎস্না ৰাউত

উক্ত গ্ৰন্থখনত বৰ্তমান অসমৰ সন্মানীয় ৰাজ্যপালৰূপে কৰ্মৰত, উৎকল মাতৃৰ সুযোগ্য সন্তান শ্ৰীজানকী বল্লভ পাটনায়কৰ ওড়িআ ঐতিহ্য, পৰম্পৰা, ধৰ্ম-সংস্কৃতি বিষয়ক গৱেষণামূলক তেত্ৰিশটি প্ৰবন্ধৰ অসমীয়া অনুবাদৰ সংকলন।

প্ৰকাশ ঃ ২০১২ চন মূল্য ঃ ........০০ টকা পৃষ্ঠা ঃ ..........

## সংক্ষিপ্ত চাহ-কোষ

মুখ্য সম্পাদক ঃ ড° আনন্দ বৰমুদৈ
সম্পাদক ঃ প্ৰহ্লাদ চন্দ্ৰ তাছা

বিশ্বৰ প্ৰেক্ষাপটত চাহৰ কাহিনীৰে আৰম্ভ কৰি ভাৰতীয় চাহ খেতিৰ ইতিহাসৰ জলঙাইদি অসমৰ চাহখেতি আৰু চাহ শ্ৰমিকৰ বিষয়ে তথ্য সম্বলিত পুথি। গ্ৰন্থখনত মুঠ তেৰটা অধ্যায় সন্নিবিষ্ট কৰা হৈছে।

প্ৰকাশ ঃ ২০১২ চন মূল্য ঃ ........০০ টকা পৃষ্ঠা ঃ ১-..........

## জোনাকীৰ পোহৰত অসমীয়া কবিতা

ড° স্বাধীনতা মহন্ত

পশ্চিমৰ পৰা আধুনিক চিন্তাধাৰাৰ ঢল নমাই আনি অসমত নৱন্যাস আন্দোলনৰ শুভাৰম্ভ কৰা 'জোনাকী' (১৮৮৯-১৯০৩) কাকতত প্ৰকাশিত কবিতাসমূহৰ বিশ্লেষণাত্মক অধ্যায়ন আৰু কবিতাসমূহৰ নান্দনিক সৌন্দৰ্য আলোচনা কৰা হৈছে এই গ্ৰন্থত।

প্ৰকাশ ঃ ২০১২ চন মূল্য ঃ ০.০০ টকা পৃষ্ঠা ঃ ১-

## নতুন সূৰুয, নৱ দিগন্ত আৰু বহুত আশা

এলিজা শৰ্মা

কিশোৰ-কিশোৰীসকলৰ উপযোগী কাহিনীমূলক গ্ৰন্থ।

প্ৰকাশ ঃ ২০১২ চন মূল্য ঃ ০.০০ টকা পৃষ্ঠা ঃ -

## পশ্চিম অসমৰ চৰ-চাপৰিৰ লোক-সংস্কৃতি

ড° উপেন্দ্ৰজিৎ শৰ্মা

এই গ্ৰন্থখনিত পশ্চিম অসম অৰ্থাৎ প্ৰাচীন গোৱালপাৰাৰ চৰ-চাপৰিৰ লোক সংস্কৃতিৰ সম্যক পৰিচয় দাঙি ধৰা হৈছে। গ্ৰন্থখনিত সন্নিবিষ্ট প্ৰবন্ধসমূহ হ'ল- (১) ড° উপেন্দ্ৰজিৎ শৰ্মাৰ 'পশ্চিম অসমৰ চৰ-চাপৰিৰ লোক-সংস্কৃতিৰ চকু আভাস', (২) ড° অহিজুদ্দিন শ্বেখৰ 'চৰ অঞ্চলৰ ভাষা', (৩) তছিমুদ্দিন আহমেদৰ 'অসমৰ চৰ-চাপৰিবাসী জনগোষ্ঠীৰ ভাষা', (৪) পাচুগোপাল চক্ৰৱৰ্তীৰ 'অসমৰ চৰ-চাপৰিৰ ভাষা', (৫) কুমাৰী কাছেমা খাতুনৰ 'পশ্চিম অসমৰ চৰ-চাপৰিৰ লোক-সাহিত্য', (৬) হিৰণ্য কুমাৰ নাথৰ 'পশ্চিম অসমৰ চৰ-চাপৰিৰ সংস্কৃতি', (৭) ফয়জাল হকৰ 'পশ্চিম অসমৰ চৰ-চাপৰিৰ লোকগীত', (৮) দ্বিজেন নাথৰ 'পশ্চিম অসমৰ চৰ-চাপৰিৰ সংস্কৃতি', (৯) আলহাজ মোঃ আব্দুল গফুৰৰ 'পশ্চিম অসমৰ চৰুৱা মুছলমান সমাজত বিয়া আৰু বিয়াগীত', (১০) আব্দুৰ ৰহিমৰ 'পশ্চিম অসমৰ চৰ-চাপৰিত প্ৰচলিত সাঁথৰ আৰু ফকৰা-যোজনা', (১১) ৰুহুল আমিনৰ 'পশ্চিম অসমৰ চৰ-চাপৰিৰ খেল-ধেমালি', (১২) সোহাগী খাতুনৰ 'পশ্চিম অসমৰ চৰ-চাপৰিৰ সাজ-সজ্জা আৰু পোছাক-পৰিচ্ছদ', (১৩) আব্দুৰ ৰৌফ সেখৰ 'পশ্চিম অসমৰ চৰ-চাপৰিৰ খাদ্যাভ্যাস', (১৪) হজৰত আলীৰ 'পশ্চিম অসমৰ চৰবাসীৰ ঘৰবন্ধা প্ৰণালী আৰু জনবিশ্বাস',

প্ৰকাশ ঃ ২০১২ চন মূল্য ঃ ০.০০ টকা পৃষ্ঠা ঃ ১-



## ডন কুইকছোটৰ বিচিত্ৰ অভিযান

ড° সুচিত্ৰা কাকতী

স্পেইনদেশৰ লেখক মিগুৱেল দ্য ছাভেদ্ৰা ছাৰ্ভেন্টিছৰ মূল 'ডন কীহতেই' উপন্যাসখনৰ অন্তৰ্গত কেইটামান কাহিনীৰে এই গ্ৰন্থখন কিশোৰ-কিশোৰীৰ উপযোগীকৈ প্ৰস্তুত কৰা হৈছে। ডন কুইকছোটৰ কাহিনী হাস্যৰসৰ খোৰাক দিব পৰা তথা ৰোমাঞ্চকৰ যদিও গভীৰভাৱে করুণ।

প্ৰকাশ ঃ ২০১২ চন মূল্য ঃ ০.০০ টকা পৃষ্ঠা ঃ ১-

## জীৱ জগতৰ ৰহস্য ভেদ

বিনোদ বৰুৱা

জীৱজগতৰ আৰম্ভণিৰ পৰা বিভিন্ন জীৱৰ উৎপত্তি, বিকাশ, বিস্তাৰ, বিলুপ্তি ইত্যাদি বহু ঘটনা সংঘটিত হৈছিল আৰু বৰ্তমানলৈকে হৈ আছে। এইবিলাকক লৈ জীৱজগতৰ সুদীৰ্ঘ আৰু ৰহস্যপূৰ্ণ ইতিহাস বাস্তৱিকভাৱে ৰচনা হৈ আছে। এই ইতিহাসৰ পৰা বৰ্তমানৰ বিজ্ঞানীসকলে উদ্‌ঘাটন কৰিছে বহুতো তথ্য আৰু তত্ত্ব। এই পুস্তিকাখনিত দুহাজাৰমান বছৰ ধৰি বহু বিজ্ঞানীয়ে তথা গৱেষকে অধ্যয়ন কৰি বৰ্তমানলৈ উদ্‌ঘাটন কৰা কেইবাটাও গুৰুত্বপূৰ্ণ আৰু ৰহস্যপূৰ্ণ ঘটনা প্ৰকাশ কৰা হৈছে। পুস্তিকাখনিত সন্নিবিষ্ট অধ্যায়সমূহ হ'ল- পৃথিৱীৰ

